# বিশ্ববিখ্যাত চলচ্চিত্ৰৰ গল্প



গৌৰী বৰ্মন

জাৰ্ণাল এম্প'ৰিয়াম
নলবাৰী - ৭৮১ ৩৩৫

'BISWABIKHYAT CHALACHITRAR GALPA' A collection of short stories based on some of the classic Films produced all over the world. Written by Gauri Barman and published by Surendra Chandra Baishya, M/S Journal Emporium. Nalbari - 781 335. Price Rs. 60.00

প্ৰকাশক : শ্ৰীসুৰেন্দ্ৰ চন্দ্ৰ বৈশ্য ।
জাৰ্ণাল এম্প'ৰিয়াম
পি. এন. চি. ৰোড,
নলবাৰী - ৭৮১৩৩৫

প্ৰথম প্ৰকাশ : ডিচেম্বৰ '৯৯

বেটুপাত : গৌৰী বৰ্মন

ছবি : ভোগেশ্বৰ কলিতা

মূল্য : ৬০.০০ টকা

মুদ্ৰাঙ্কন : ইউনিভাৰ্চেল প্ৰিণ্ট টেক্
পাণবজাৰ, গুৱাহাটী - ৭৮১ ০০১

মুদ্ৰণ : হৰাইজন প্ৰিণ্টাৰ্ছ
নিউ দিল্লী

# সূচী-পত্ৰ

## মোৰ দুআষাৰ—

গৌৰীক মই প্ৰথম দেখোঁ ১৯৬৩ চনৰ কোনোবা এটা দিনত — বোম্বেত । তেওঁ তেতিয়া ইয়ং আৰ্কিটেক্ট । কোনোবা এটা কোম্পানীত কাম কৰে । অকলে এটা সৰু ঘৰত থাকে — নিজে ভাত ৰান্ধি খায় — শক্তিশালী ছবি আঁকে — আৰু সক্ৰিয় অংশ গ্ৰহণ কৰে নতুন চলচ্চিত্ৰ সমূহৰ বিশ্লেষণত । ১৯৫৫ চনৰ পৰা দহ বছৰ বোম্বাইত থাকোঁতে ভাৰতত তেতিয়া বিখ্যাত হৈ উঠা আনন্দম ফিল্ম ছচাইটিৰ এজন তেওঁ ফাউণ্ডাৰ মেম্বাৰ । তাৰ পিচতো মই গৌৰীক ছবি নিৰ্মাতা ৰূপে আৰু চিত্ৰ শিল্পীৰূপে লগ পাওঁ বহুবাৰ ।

এতিয়া গম পালোঁ তেওঁ সেই তাহানিতে দেখা পৃথিৱীৰ কেইখনমান অমৰ ছবিৰ কাহিনীখিনি ফঁহিয়াই, এখনি কিতাপ লিখি পেলাইছে, নাম ঃ বিশ্ববিখ্যাত চলচ্চিত্ৰৰ গল্প । উল্লেখিত ছবি কেইখন হ'ল আইলেণ্ড (জাপান), দি ষ্টাৰ (প. জাৰ্মেনী) ৰ'চোম'ন (জাপান), নাইন্থ্ চাৰ্কল (যুগোশ্লাভিয়া) ভয়চ ফ্ৰম দা গেলজ (জাপান). ৱেজেচ্ অৱ ফিয়াৰ (ইটালী), আফটাৰ চান ডাউন, গল্ড ফিছ (ইউ. এচ. এ.), দি ৰয়েল গেম (পশ্চিম জাৰ্মেনী), আইভান দা টেৰিবল্ (ৰাচিয়া), বৌজ টাটু (ইউ. এচ. এ.) পটেমকিন (ৰাচিয়া) ক'ভিভা মেক্সিকো, নানুক অৱ দা নৰ্থ (ইউ. এচ. এ.) আদি ।

এই আটাইকেইখনৰ প্ৰত্যেক ছবিয়েই পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ ছবিকেইখনৰ ইতিহাসৰ মাইলৰ খুটি স্বৰূপ । এই ছবিবোৰ চোৱাৰ সৌভাগ্য সকলোৰে নহয় । আন্তৰ্জাতিক উৎসৱ আদিত চোৱাৰ বাহিৰে ।

শ্ৰীবৰ্মনে এই কাহিনী কেইটিক প্ৰকাশ কৰিছে — নিজস্ব প্ৰকাশ ভঙ্গিমাৰে । পঢ়ি যাওঁতে পাঠকে ছবিখন চাই যোৱাৰ দৰে লাগিব । বিশ্লেষণ কৰিব পাৰিব । সাহিত্যিকে সমল পাব বিষয় বস্তুৰ । বোলছবি কৰ্মীয়ে পাব নতুন দৃষ্টি ভঙ্গি । আমাৰ অসমীয়া পঢ়ুৱৈয়ে পাব বিশ্বৰ সাহিত্য আৰু ছবি জগতৰ মানিক-মুকুতা । গৌৰীলৈ মোৰ আন্তৰিক অভিনন্দন । অসমৰ বোলছবি জগতখনো ৰমক জমক হৈ উঠাৰ সময়ত এই কিতাপখন নিশ্চয় প্ৰেৰণাদায়ক হব ।

# চলচ্চিত্ৰ ঃ 'শুনা' মাধ্যমত

চলচ্চিত্ৰ মাধ্যমটো চাবৰ বাবেহে - কেৱল চাবৰ বাবে । শুনিব বা পঢ়িবৰ বাবে নহয় । কিন্তু এসময়ত প্ৰায়ে গৌৰী বৰ্মনৰ মুখত বিশ্ববিখ্যাত চলচ্চিত্ৰ কিছুমানৰ বিষয়ে শুনিছিলো । সেই প্ৰসঙ্গতে এদিন তেওঁক অনুৰোধ কৰিছিলো, সেই চলচ্চিত্ৰবোৰৰ বিষয়ে লিখিবলৈ – মোৰ 'দৈনিক অসম'ত, যাতে চাব নোৱাৰিলে বা চাবলৈ নাপালেও আগ্ৰহ থকাসকলে বিখ্যাত চলচ্চিত্ৰবোৰৰ বিষয়ে পঢ়িবলৈ পায় ।

'কেইখনমান বিশ্ববিখ্যাত চলচ্চিত্ৰৰ বিষয়ে' আৰু 'বিশ্ববিখ্যাত সাহিত্যৰ চলচ্চিত্ৰ ৰূপ' – গৌৰীবৰ্মনৰ 'দৈনিক অসমত'ত ওলোৱা এই জনপ্ৰিয় শিতান কেইটাৰ জন্ম কাহিনী সংক্ষেপতে এয়ে ।

সময়টো, বোধকৰো ১৯৮৮ চনৰ শেহ ভাগ । মোৰ চ'ৰাঘৰত তেতিয়া প্ৰায়ে বহা 'দৰবাৰ'ত সেইদিনা গৌৰী বৰ্মন মধ্যমণি হৈ আছিল । বিষয় ঃ কোনো এখন বিখ্যাত চলচ্চিত্ৰ। তেওঁ বেছ উদ্দীপনাৰে, হাতেৰে -মুখেৰে, স্বৰৰ আৰোহণ-অৱৰোহণেৰে ছবিখনৰ জীৱন্ত বৰ্ণনা দি আছিল । তেওঁৰ কাৰণে সেইদিনা নতুন শ্ৰোতা আছিল (দৰ্শকো বুলিব পাৰি) লেখক ললিত বৰমুদৈ । তেওঁক মাজতে ৰখাই দি ক'লো ঃ হ'ব । বকি থাকি লাভ নাই । পাৰে যদি লিখক । অহা শুকুৰবাৰৰ পৰা উলিয়াম । এতিয়া যেনেকৈ কৈ আছে, ঠিক তেনেকৈ লিখিব । সৰ্বসাধাৰণ পাঠকৰ বাবে – বুদ্ধিজীৱীৰ বাবে নহয় । – বৰ্মনে পিছত কৈছিল , মোৰ প্ৰস্তাৱ পাই তেওঁ হেনো বৰ 'excited' হৈ গৈছিল আৰু সেইদিনাই ঘৰলৈ গৈ আৰম্ভ কৰিছিল প্ৰথমটো লেখা ।

চলচ্চিত্ৰকাৰসকলৰ ভিতৰতো চলচ্চিত্ৰ মাধ্যমটোক তাৰ সমস্ত মহিমাৰে বুজা, হৃদয়ঙ্গম কৰা – একে আষাৰতে যিটোক 'চলচ্চিত্ৰ-বোধ' বুলি কোৱা হয়, সেইটো থকা মানুহ বৰ কম । আকৌ সেইদৰে চলচ্চিত্ৰ-বোধ থাকিও তাক নিজৰ সৃষ্টিত কাৰ্যকৰ বা প্ৰতিফলিত কৰিব পৰা মানুহো বৰ কম । জনপ্ৰিয় ছবি ঢেৰ হয়, ব্যৱসায়-সফল ছবি ঢেৰ হয়, কিন্তু প্ৰকৃত চলচ্চিত্ৰ বা মাধ্যমটোৰ চৰ্ত অনুযায়ী চলচ্চিত্ৰ কেতিয়াবা ক'ৰবাত দুই এখনহে হয় ।

গৌৰী বৰ্মনৰ চলচ্চিত্ৰবোধ কিমান তাৰ উমান পাইছিলো তেওঁৰ লগত আড্ডা মাৰোতে হোৱা আলোচনাবোৰত । বিখ্যাত ছবিবোৰৰ বিষয়ে কৈ, সেইবোৰৰ আনুপূৰ্বিক বৰ্ণনা দি, সেইবোৰৰ কলা গুণ ব্যাখ্যা কৰি তেওঁ শুনোতাক প্ৰায় বলিয়া কৰি দিব পাৰে – তেওঁ ইমানেই গুণী, তেওঁৰ চলচ্চিত্ৰবোধ ইমানেই প্ৰখৰ ! তেওঁৰ মুখতে শুনিছো, তেওঁ তাহানি বোম্বাইত থাকোতে 'আনন্দম ফিল্ম ছচাইটী' কৰাৰ কথা, ইব্ৰাহিম আলকাজি নীতীন শেঠী, গীতাবালীহঁতৰ লগত চলচ্চিত্ৰ চৰ্চা কৰাৰ কথা । তাতে চলচ্চিত্ৰ শিক্ষা আৰু দীক্ষা লৈ তেওঁ সেই 'সম্পদ' আয়ত্ত কৰিছিল । চলচ্চিত্ৰ-নিৰ্মাণৰ আটাইতকৈ গুৰুত্বপূৰ্ণ দুটা কলাগত অঙ্গ 'TRETMENT' আৰু 'EDITING' – কিতাপত পঢ়িছিলো, কিন্তু বুজিলো গৌৰী বৰ্মনৰ পৰা । এসময়ত

ছবি চাইছিলো, বেছিকৈয়ে চাইছিলো । কিন্তু চলচ্চিত্র মাধ্যমটোৰ অপূৰ্ব মহিমাৰ লগত চিনাকি কৰি দিছিল প্ৰাথমিকভাবে অতুল বৰদলৈয়ে (এওঁ 'অতুল্য বৰুৱা' নামত এটা শিতান লিখিছিল 'দৈনিক অসম'ত যাঠিৰ দশকৰ শেহৰ পিনে) আৰু পিছত বিশেষভাবে গৌৰী বৰ্মনে ।

বৰ্মনে ১৯৬০ চন মানৰ পৰা লিখিছে । প্ৰথমে মাধ্যমটোৰ বিভিন্ন দিশ সম্পৰ্কে লিখে আৰু বিখ্যাত চলচ্চিত্ৰ-ব্যক্তিৰ সাক্ষাৎকাৰ আদি লৈ লিখে । 'দৈনিক অসম' প্ৰকাশ হোৱাৰ পিছত ১৯৬৬ চনৰ পৰা ধাৰাবাহিকভাবে লিখে । কিন্তু তেওঁৰ হতুৱাই নিৰ্দিষ্ট আচনি দি 'লিখোৱা' হয় ১৯৮৮ চনৰ পৰা ।

গৌৰী বৰ্মনৰ লগত চলচ্চিত্ৰ-চৰ্চা এটা বহুমূলীয়া অভিজ্ঞতা । তেওঁ বহু ভাল ছবি চাইছে, সেইবোৰৰ বিষয়ে পাঢ়িছে আৰু অতি ডাঙৰ কথা, চলচ্চিত্ৰ-বোধ তেওঁৰ প্ৰখৰ হোৱা বাবে তেওঁ ছবিবোৰ -- সেইবোৰৰ ব্যাপ্তি-বিস্তৃতিসহ সৰ্বতোমুখ মাহিমা- বুজিছে । তাতে তেওঁ এজন অভিজ্ঞ আৰু নিয়তব্ৰতী চিত্ৰকলাশিল্পী (PAINTER) হোৱা বাবে তেওঁ যেতিয়া ছবিবোৰৰ বিষয়ে কয়, সেইটো শুনোতাৰ বাবে ভূয়োদৰ্শন হৈ পৰে । অৱশ্যে লিখোতে কাগজ-কলমৰ সীমাবদ্ধতা থাকে তেওঁৰ, কিন্তু থাকিলেও তেওঁৰ 'বিশ্ববিখ্যাত' শীৰ্ষক লেখা দুখনি বিপুলভাবে জনপ্ৰিয় হৈছিল ।

এতিয়া চলচ্চিত্ৰ বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ প্ৰদৰ্শনী হৈ পৰিছে । কলাৰ এক বিশিষ্ট মাধ্যম হিচাপে যিবোৰ গুণৰ লগত আমাৰ পৰিচয় ঘটিছিল, সেইবোৰ গুণ অতি দ্ৰুতভাবে লোপ পাবলৈ ধৰিছে । আশা কৰিছো, এই লেখাবোৰে মাধ্যমটোৰ হেৰাবৰ উপক্ৰম ঘটা মহিমা কিছু হ'লেও জগাই তুলিব পাৰিব ।

সম্পাদক
দৈনিক অসম
ট্ৰিবিউন ভৱন
গুৱাহাটী৭৮১০০৩

অনিল বৰুৱা
২০-৯-৯৯

* * *

পুনৰ ঃ বাতৰিকাকতত যিসকলৰ লেখা সম্পাদনা কৰি প্ৰকাশ কৰো, সেইসকলে পিছত লেখাবোৰ গ্ৰন্থাকাৰে প্ৰকাশ কৰিবৰ সময়ত বৰ সমস্যাত পেলায় ঃ তেওঁলোকক মই পাতনি বা সেইধৰণৰ কিবা এটা লিখি দিব লগা হয় । যেন মই এটা 'অপৰাধ' কৰি থৈছো, গতিকে এতিয়া 'দণ্ড' ভোগ কৰিব লাগে । মোৰ অতি শ্ৰদ্ধাৰ আৰু চেনেহৰ অগ্ৰজ প্ৰতিম বন্ধু গৌৰী বৰ্মনৰ ক্ষেত্ৰত হ'লে মোৰ তেনে মনোভাব নাই । তেওঁৰ লগত মোৰ সম্বন্ধ প্ৰায় ৩৫ বছৰৰ – মই জীৱনত গোটোৱা এটা বহুমূলীয়া সম্পত্তি গৌৰী বৰ্মন, মোৰ অতি আপোন জন ।

(অনিল বৰুৱা)

# আগকথা ঃ চলচ্চিত্ৰৰ অন্তৰালত

চলচ্চিত্ৰ নিঃসন্দেহ সকলো কলাৰ ভিতৰতে আন্তৰ্জাতিক আৰু আধুনিক কালৰ প্ৰকাশৰ এটা প্ৰধান মাধ্যম । বিভিন্ন দেশৰ চলচ্চিত্ৰ সমূহ গোটেই বিশ্বতে দেখুওৱাৰ লগতে যান্ত্ৰিক উন্নতি আৰু বাঢ়ি অহা সফলতাৰ বিনিময়ত চলচ্চিত্ৰই আজি পোনপতীয়াকৈ সৃষ্টিশীল চিন্তাৰ ছাপ বহুৱাব পাৰিছে ।

গান শুনি, কিতাপ পঢ়ি, চিত্ৰভাস্কৰ্য্য চাই, নৃত্য-নাটকৰ অভিনয় চাই মানুহে নিজৰ মনক সাংসাৰিক চিন্তা ভাৱনাৰ পৰা আতৰাই ৰখাৰ দৰেই চলচ্চিত্ৰ এখন চায়ো আনন্দ পোৱাৰ লগতে মনত চিন্তাৰ খোৰাক বিচাৰি পায় । চলচ্চিত্ৰই অন্যান্য মাধ্যমতকৈ বেছি সমাদৰ লাভ কৰাৰ কাৰণ হ'ল, ই মূলতঃ চাক্ষুস মাধ্যম । অশিক্ষিত মানুহেও নাটকৰ দৰেই ইয়াক সহজে বুজিব পাৰে কিন্তু নাটকতকৈয়ো চলচ্চিত্ৰ বেছি বাস্তৱ ৰূপত বহুবেছি দৰ্শকৰ ওচৰলৈ যাব পাৰে । তাৰোপৰি চলচ্চিত্ৰই সাহিত্য, সংগীত, চিত্ৰ, নৃত্য, ভাস্কৰ্য্য, স্থাপত্য আদি বিভিন্ন কলাক সামৰি লোৱা বাবে ই হৈ পৰিছে অনন্য।

এখন ভাল চলচ্চিত্ৰৰ কাৰণে এটা ভাল গল্পৰ প্ৰয়োজন । কিন্তু যিকোনো ভাল গল্পতে চলচ্চিত্ৰ নিৰ্মানৰ প্ৰয়োজনীয় সকলো সমল নাথাকিবও পাৰে । যি গল্প গতিশীল ছবিৰে হৃদয়গ্ৰাহীৰূপত প্ৰকাশ কৰিব পৰা যায় তেনে গল্পহে চলচ্চিত্ৰৰ বাবে উপযোগী। গল্প বা উপন্যাসত লিখকৰ ভাষাৰ মাধ্যমেৰে যিকোনো কথাই প্ৰকাশ কৰিব পৰা যায়, কিন্তু নাটক নাইবা চলচ্চিত্ৰত লিখকৰ কল্পনাৰ সকলো কথাই দেখুওৱা সম্ভৱ নহয় । গতিকে এখন ভাল ছবিৰ বাবে এনে এটা গল্পৰ প্ৰয়োজন, যি গল্প চলচ্চিত্ৰৰ নিজস্ব ভাষাৰে কব পৰা যায় । অৰ্নেষ্ট হেমিংৱেৰ ন'বেল বঁটা বিজয়ী উপন্যাস 'দা ওল্ড মেন এণ্ড দা চি' নাইবা লিও টলষ্টয়ৰ মহাকাব্য 'ৱাৰ এণ্ড পিচ'ৰ দৰে সৰ্বকালৰ শ্ৰেষ্ঠ সাহিত্য সৃষ্টিৰ চিত্ৰৰূপ কালজয়ী চলচ্চিত্ৰ নোহোৱা, আনহাতে 'আইলেণ্ড' আৰু 'গল্ড ফিছ' আদি সাধাৰণ গল্পৰ আধাৰত কালজয়ী চলচ্চিত্ৰ নিৰ্মিত হোৱাটোকে উদাহৰণ হিচাপে লব পাৰি ।

সাধাৰণতে প্ৰযোজক আৰু পৰিচালকেই গল্প নিৰ্বাচন কৰে । এই গল্প নিৰ্বাচনৰ বাবে তেওঁলোকে বহুতো অধ্যয়ন কৰিবলগীয়া হয় । চিত্ৰনাট্যকাৰে নিৰ্বাচিত গল্পটো

চলচ্চিত্র মাধ্যমেৰে প্ৰকাশ কৰাত সহায় কৰে । চিত্ৰনাট্যৰ ওপৰতে চলচ্চিত্ৰ এখনৰ সাফল্য বহুখিনি নিৰ্ভৰ কৰে । চলচ্চিত্ৰ এখন সু-অভিনীত, সুপৰিচালিত হলেও চিত্ৰনাট্যৰ দোষৰ বাবেই দৰ্শকৰ মনঃপুত নহবও পাৰে । সেয়েহে চিত্ৰনাট্যকাৰে গল্পটো প্ৰথমে দৃশ্য আকাৰে (In Scenic order) লিখি উলিয়াই পৰিচালকৰ লগত আলোচনা কৰি এই দৃশ্য আকাৰে লিখি উলিওৱা কাহিনীবিন্যাসৰ পৰা চিত্ৰগ্ৰহণৰ বাবে চিত্ৰনাট্য ৰচনা কৰি উলিয়ায় । চিত্ৰনাট্য এখন পঢ়িয়েই চলচ্চিত্ৰ এখনৰ সম্পূৰ্ণ আভাস এটা পোৱা যায় । চিত্ৰনাট্যৰ ভাষাও সদায় বৰ্তমান কালতে হব লাগিব । কাহিনীৰ অতীত নাইবা ভবিষ্যত কালৰ 'ফ্লেচবেক' (Flashback) নাইবা এডভান্স ফ্লেচ'ৰ (Advance Flash) সহায়ত দেখুওৱা দৃশ্যৰাজি চলচ্চিত্ৰৰ কেমেৰাৰ সন্মুখত বৰ্তমান কাল্‌ৰ হৈ পৰে বাবেই চিত্ৰনাট্য লিখোতে সদায় বৰ্তমান কালতে তাক বৰ্ণনা কৰিব লাগিব ।

চিত্ৰনাট্যখনৰ চিত্ৰৰূপ দিয়াৰ দায়িত্ব পৰিচালকৰ । অভিনেতা-অভিনেত্ৰী, আলোকচিত্ৰ শিল্পী, শব্দযন্ত্ৰী আদি বিভিন্ন কলাকুশলীৰ সহায়ত পৰিচালকে চিত্ৰ আৰু শব্দ গ্ৰহণ কৰে । তাৰপিচত ৰসায়ণাগাৰত সেই চিত্ৰ প্ৰস্ফুটিত হয়, সম্পাদনা কক্ষত সম্পাদনা কৰা হয়, শব্দ সংযোজন কৰা হয়, পৰিচালকে এই সকলোবোৰ দিশতে বিভিন্নজনৰ সহায় লয় আৰু সকলোৰে গুৰি ধৰি এখন চলচ্চিত্ৰ নিৰ্মাণ কৰি উলিয়াই । এখন চলচ্চিত্ৰ গল্প লিখাৰ পৰা চিত্ৰনাট্য, চিত্ৰগ্ৰহণ, সম্পাদনা আৰু শব্দ পুনৰযোজনা আদি বিভিন্ন সময়ত সৃষ্টি হয় ; প্ৰতিটো স্তৰতে পৰিচালকে সৃষ্টিশীল মন এটা লৈ আগবাঢ়িব লাগে । এজন শিল্পীয়ে তেওঁৰ হাতৰ তুলিকাৰে বিভিন্ন ৰঙৰ সহায়ত ছবি এখন আঁকাৰ দৰেই, সৃষ্টি কৰাৰ দৰেই, চিত্ৰপৰিচালকে বিভিন্ন স্তৰত, বিভিন্ন জনৰ সহায়ত চলচ্চিত্ৰ এখন সৃষ্টি কৰে ।

অকল অভিনেতা-অভিনেত্ৰীৰ দ্বাৰা অভিনয় কৰোৱাই এজন পৰিচালকৰ কাম নহয়, কলানিৰ্দেশকৰ দ্বাৰা প্ৰয়োজনীয় দৃশ্য নিৰ্মাণ কৰি, প্ৰয়োজনীয় পৰিবেশ সৃষ্টি কৰি, দক্ষতাৰে আলোকচিত্ৰ শিল্পীৰ দ্বাৰা দৃশ্যগ্ৰহণ কৰাই, সম্পাদনা কক্ষত সুসম্পাদনা কৰি, প্ৰয়োজনীয় শব্দ, সংলাপ আৰু আবহসংগীতৰ সংমিশ্ৰন (শব্দ পুনৰ যোজনা) কৰি ছবিখন নিৰ্মাণ কৰাৰ দায়িত্বও পৰিচালকৰ । এই সকলোবোৰ দিশতে পৰিচালকজনৰ জ্ঞান থাকিলেহে এজন সাৰ্থক চিত্ৰনিৰ্মাতা হব পাৰে । নিৰ্মানৰ সকলো দিশৰ সমন্বয়ৰ মাজেৰেহে নিৰ্মান হয় এখন সফল চলচ্চিত্ৰ । এই সকলোবোৰৰ উপৰিও পৰিচালকজনৰ আৰু এটা গধুৰ দায়িত্ব আছে, অইন সৃষ্টিশীল কলাকাৰসকলৰ দৰে তেওঁ এখন সুস্থ, সবল সমাজ গঢ়াৰ বাবে দৰ্শকক ভবাই তুলিব লাগিব । কেৱল মনোৰঞ্জনৰ বাবে ছবি কৰি বহুতো দৰ্শক গোটাব পাৰিব, ধনো ঘটিব পাৰিব প্ৰচুৰ, কিন্তু এজন শিল্পীৰ দায়িত্ব সিমানতে শেষ হৈ নাযায় । ৰাচিয়াৰ বিখ্যাত পৰিচালক আইজেনষ্টাইনে তেওঁৰ 'ফিল্মফৰ্ম' কিতাপখনৰ পাতনিত ১৯৪৬ চনৰ আগষ্ট মাহত লিখিছিল – 'চলচ্চিত্ৰ আজি পঞ্চাছ

বছৰৰ পুৰণি শিল্প (চলচ্চিত্ৰৰ আৰম্ভণী ১৮৯৫ চনৰ ২৮ ডিচেম্বৰ। পেৰিচৰ বুলেভাৰ্ড দা কাপুচিনৰ গ্ৰেণ্ড কাফেত গোন প্ৰথমবাৰৰ বাবে লুমিয়েৰ ভাতৃদ্বয়ে প্ৰথম চলচ্চিত্ৰ ট্ৰেইন এখন ষ্টেচনত আহি ৰোৱা দৃশ্যটো দেখুৱাই চাঞ্চল্যৰ সৃষ্টি কৰিছিল।) চলচ্চিত্ৰৰ ভবিষ্যত সম্ভাৱনাৰে পূৰ্ণ, আমি ইয়াক আধুনিক যুগৰ আনবিক শক্তি শান্তিৰ বাবে ব্যৱহাৰ কৰাৰ দৰেই সদ্ব্যৱহাৰ কৰিব লাগিব।'

কিন্তু চলচ্চিত্ৰৰ ঐশ্বৰ্য্য আৰু সম্ভাবনাপূৰ্ণ সেই প্ৰতিশ্ৰুতি আইজেনষ্টাইনে আশাকৰাৰ দৰে খুব কম পৰিচালকেহে পালন কৰিছে, নাইবা এই বিশাল সম্ভাৱনাপূৰ্ণ মাধ্যমটোক আয়ত্বলৈ অনাৰ চেষ্টা কৰিছে, বেছিভাগ পৰিচালকেই আনবিক শক্তি অপপ্ৰয়োগ কৰাৰ দৰেই এই শক্তিশালী মাধ্যমটোৰ অপব্যৱহাৰ কৰিছে মাথোন। ইয়াৰ কাৰণ কেৱল প্ৰকৃত শিল্পীৰ অভাৱ বা উৎসাহীলোক নথকাটোৱে নহয়, এনে বহু প্ৰতিভাশালী শিল্পী পৰিচালক আছে, সময় সুযোগ আৰু সুবিধাৰ অভাৱতহে তেওঁলোকে মনমাৰি বহি থাকিবলগীয়া হৈছে। তাৰোপৰি মুষ্টিমেয় কেইজনমান স্বাৰ্থপৰ, আত্মলোভীৰ চক্ৰান্তয়ো এই প্ৰতিভাশালী শিল্পী সকলক আগবাঢ়ি যোৱাত বাধা দিছে। কিন্তু আমি অবিশ্ৰামভাবে কাম কৰি, অতীত আৰু বৰ্ত্তমানৰ অভিজ্ঞতা একত্ৰিত কৰি, নিজৰ কামত আগবাঢ়ি যাব লাগিব ; সততে মনত ৰাখিব লাগিব বিষয়বস্তুৰ গভীৰতাৰ মাজতহে সৌন্দৰ্য্যৰ প্ৰকৃত ভেটি গঢ়িব পাৰি। এই সমাজিক দায়বদ্ধতা থাকিলেহে আমি এই অপূৰ্ব শিল্পমাধ্যমটোৰ সৎব্যৱহাৰ কৰা হব। আমাৰ সামুহিক সুক্ষ্মাতিসুক্ষ্ম অভিজ্ঞতা, চলচ্চিত্ৰত নতুনত্ব অনাৰ যি স্পৃহা, এই সকলোবোৰ কথাই আমাৰ সৃষ্টিৰ মাজেৰে, প্ৰবন্ধ পাতিৰ মাজেৰে মুকলি ভাবে সকলোৰে আগত দাঙি ধৰিব লাগিব যাতে আমাৰ অভিজ্ঞতাৰে আনেও উপকৃত হয়। আমাৰ অভিজ্ঞতাৰে এচাম দায়িত্বশীল সৃষ্টিশীল পৰিচালকেই নহয়, এচাম নতুন দৰ্শকো আমি তৈয়াৰ কৰিব লাগিব। এই উদ্দেশ্য আগত ৰাখিয়ে আজি প্ৰায় ২৫ বছৰৰো ওপৰ কালত, বিভিন্ন সময়ত, আমাৰ এই প্ৰবন্ধবোৰৰ জন্ম হৈছিল। বিভিন্ন সময়ত, বিভিন্ন কাৰণত, বিভিন্ন জনৰ আদেশ, উপদেশ আৰু অনুৰোধৰ বাবেই এই প্ৰবন্ধবোৰ লিখিছিলো আৰু আশা ৰাখিছিলো আমাৰ প্ৰবন্ধসমূহেৰে চলচ্চিত্ৰ শিল্পী আৰু এচাম নতুন দৰ্শকৰ লগত এই সৰ্বাধুনিক মাধ্যমটোৰ বিষয়ে মুক্তভাৱে আলোচনা কৰাৰ লগতে আমাৰ অভিজ্ঞতাখিনি সকলোৰে সৈতে যেন ভগাই লব পাৰো ; কিয়নো আমি ভাবো আত্মলোভী, গৰ্বীসকলৰ দ্বাৰা সুন্দৰৰ সাধনা প্ৰকৃতাৰ্থত হব নোৱাৰে। বিভিন্ন কাকতপত্ৰ, আলোচনী আদিত সিচৰিত হৈ থকা এই প্ৰবন্ধবোৰ বিভিন্ন সময়ত বহুবাৰ পুনঃমূদ্ৰণো হৈছে আমাৰ জ্ঞাতে বা অজ্ঞাতে। ৮- ইবোৰ একত্ৰিত কৰি ৰখাৰ দায়বদ্ধতাও আমাৰেই বুলি ভাবি আৰু নতুনচাম শিল্পী, কালাকুশলী আৰু দৰ্শকে এই প্ৰবন্ধবোৰৰ মাজেৰে চলচ্চিত্ৰৰ দৰে শিল্প মাধ্যমটোৰ বিষয়ে এক স্পষ্ট ধাৰণা ৎৰিব পাৰিব বুলি ভাবিয়ে গ্ৰন্থ আকাৰত প্ৰকাশ কৰা হ'ল।

প্ৰবন্ধ সমূহ যুগুতাওতে 'দৈনিক অসম' কাকতৰ শ্ৰদ্ধেয় শ্ৰী অনিল বৰুৱাই আমাক দিহা পৰামৰ্শ দি সহায় কৰিছে, তেখেতৰ ওচৰত সদায় ঋণী হৈ থাকিম। তেখেতেই প্ৰবন্ধবোৰ তিনিটা ভাগত ভাগকৰি তিনিখন গ্ৰন্থত প্ৰকাশৰ বাবে বাছি দিছে। এই সংকলনটো 'বিশ্ববিখ্যাত চলচ্চিত্ৰৰ গল্প, আৰু 'বিশ্ববিখ্যাত সাহিত্যৰ চলচ্চিত্ৰ ৰূপ' নামৰ লিখাখিনি একত্ৰিত কৰি 'বিশ্ববিখ্যাত চলচ্চিত্ৰৰ গল্প' নামেৰে প্ৰকাশ কৰা হৈছে। উল্লেখযোগ্য যে এইলানি গল্প লিখাৰ গুৰিতেই হ'ল শ্ৰীবৰুৱা আৰু শ্ৰীললিত বৰমুদৈৰ উচটনী। দ্বিতীয় গ্ৰন্থত চলচ্চিত্ৰৰ ক্ৰমবিকাশৰ বিষয়ে আলোচনা কৰাৰ লগতে আৰম্ভণীৰে পৰা আজিলৈ বিভিন্ন চিত্ৰনিৰ্মাতাৰ হাতত কাৰিকৰী দিশত যি সফলতা লাভ কৰা হৈছে সেইবিষয়ৰ প্ৰবন্ধখিনি আৰু তৃতীয় গ্ৰন্থত আমি লগ পোৱা বিখ্যাত চিত্ৰসাংবাদিকা মাৰিচিতান, সত্যজিৎ ৰায়কে ধৰি বিশ্ববিখ্যাত চিত্ৰনিৰ্মাতা আৰু চিত্ৰসমালোচক সকলৰ লগত হোৱা আলোচনাৰ ভিত্তিত ৰচিত প্ৰবন্ধ সমূহ ৰখা হৈছে। ইতিমধ্যে আৰু দুখন গ্ৰন্থ আমি লিখি উলিইছো, সেয়া হ'ল 'চলচ্চিত্ৰ পৰিচালনা' আৰু 'চলচ্চিত্ৰ সম্পাদনা'।

১৯৬৪ চনৰ ১ ডিচেম্বৰত কটন কলেজৰ চুডমাৰ্চন হ'লত আমাৰ জীৱনৰ চতুৰ্থ আৰু অসমত প্ৰথম একক চিত্ৰপ্ৰদৰ্শনী এখন পাতিছিল শ্ৰদ্ধেয় ভূপেন দাই (ড' ভূপেন হাজৰিকা) তেতিয়াৰ 'নবযুগ' আলোচনীৰ সম্পাদক শ্ৰদ্ধেয় বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই প্ৰদৰ্শনীৰ দ্বাৰ মুকলি কৰিছিল, ভূপেনদাই আমাক বোম্বেইৰ পৰা মাতি আনি আশু দা, শোভা দা, তৰুণ দুৱৰাকে আদি কৰি অসমৰ বিভিন্নদিশৰ দিকপাল লোকসকলৰ লগত চিনাকি কৰাই দিছিল। পৰিচয় হৈছিল শ্ৰদ্ধেয় মহেশ্বৰ নেওগ, নৱকান্ত বৰুৱা, বীৰেন্দ্ৰ নাথ দত্ত, নিৰোদ চৌধুৰী আৰু বহুতো শিল্পী সাহিত্যিকৰ লগত। এখেতসকলৰ প্ৰতিজনেই আমাৰ ছবিৰ বিষয়ে বিভিন্ন মতামত দিছিল, তাতে সোণতে সুবগা চৰাইছিলহি শ্ৰদ্ধেয় বিষ্ণু দাই। (অৱশ্যে তেখেতৰ সানিধ্য মই তেজপুৰৰ কলেজত পঢ়োতেই পাইছিলো।) এইসকল সদাশয় ব্যক্তিৰ প্ৰশংসাৰে পুষ্ট মতামত লিখা বহীখনত আৰু এটা ভিন্নধৰণৰ মতামত আছে, সেয়া হ'ল ছবি বুজি পোৱা মানুহ ক'তা ? ফৰাচীদেশত হেনো ছবি নুবুজা মানুহক মুৰ্খ বুলি কয়, দুখীয়া এজনেও খোৱাটেবুলৰ কাষত ছবি এখন ৰাখে।' এই কথাখিনি লিখিছিল শ্ৰদ্ধেয় ৰাধাগোবিন্দ বৰুৱাদেৱে। তেখেতৰ আদেশতে শিল্পকলা আৰু চলচ্চিত্ৰ সম্বন্ধে এলানি প্ৰবন্ধ লিখিবলগীয়া হৈছিল দৰ্শক আৰু শিল্পৰসিক সৃষ্টিৰ বাবে। এইখিনিতে প্ৰখ্যাত চিত্ৰকাৰ পিকাচোৰ এষাৰ কথা মনত পৰিছে, তেওঁ কৈছিল 'আমি গীত গাবলৈ, ছবি আঁকিবলৈ শিক্ষা দিয়াৰ ব্যৱস্থা কৰিছো ; কিন্তু ছবি চাবলৈ কোনো শিক্ষা দিয়াৰ ব্যৱস্থা কৰা নাই।' অসমত আজি চলচ্চিত্ৰ নাইবা শিল্পকলাসম্বন্ধে চিন্তা চৰ্চা আৰু সমালোচনা কৰা লোক কিছু ওলাইছে, কিন্তু ৩০/৩৫ বছৰ আগতে ? 'লিখিব নাজানিলেও লিখিব লাগিব নিজৰ স্বাৰ্থত, এচাম দৰ্শক শিল্পৰসিক গঢ়িবৰ বাবে' আদেশৰসুৰত কৈছিল শ্ৰদ্ধেয় বৰুৱাদেৱে, সেয়াই আৰম্ভ, আৰু তেনেকৈয়ে

মোৰ এক যোগসূত্ৰ গঢ়ি উঠিছিল 'দৈনিক অসম'ৰ লগত, অসমবাণী'ৰ লগত, শ্ৰদ্ধেয় সতীশ কাকতি, কীৰ্ত্তিনাথ হাজৰিকা, ফনী তালুকদাৰ, নিৰোদ চৌধুৰী, আৰু অনিল বৰুৱাৰ লগত। ইয়াৰ উপৰিও শ্ৰদ্ধেয় ভূপেনদা, মুনিন দত্ত বৰুৱা, চন্দ্ৰপ্ৰসাদ শইকীয়া আৰু কুমুদ গোস্বামীদেৱেও মোক লিখিবৰ বাবে যথেষ্ঠ উৎসাহ, উদগণি দিছে। আমি এই আটাইকেইজনৰ ওচৰত ঋণী।

বিভিন্ন স্থান আৰু সময়ত লিখা প্ৰবন্ধবোৰ সেই সময়ত যিধৰণে প্ৰকাশ হৈছিল তেনেদৰেই ৰখা হৈছে, ফলত একেটা কথা কেবাঠাইতো চৰ্বিত চৰ্বন হব পাৰে। পঢুৱৈসকলে যেন তাৰ বাবে ক্ষমা কৰে। শেষত এই সংকলনটো প্ৰকাশ হৈ ওলোৱাত যিসকল সুধিবৃন্দই আমাক সহায় সহানুভূতি আগবঢ়াইছে ভাতৃ ৰমনী বৰ্মন, ভাতৃসম দিনেশ শৰ্মা, খুলশালী ড° চিত্ৰা কলিতা, নলবাৰীৰ প্ৰকাশক জোৰ্ণাল এম্প'ৰিয়ামৰ সুৰেন বৈশ্য আৰু গুৱাহাটী, পাণবজাৰৰ ছপাশাল ইউনিভাৰ্চেল প্ৰিণ্ট টেক্‌ৰ প্ৰতুল বৰ্মন আদি আটাইলৈ ধন্যবাদ জনালো। মোৰ শ্ৰীমতী ড' কৃষ্ণা বৰ্মন, পুত্ৰ ডঃ অৰিন্দম বৰ্মন, বোৱাৰী ডঃ কবিতা কলিতা আৰু মিকি টুকুৰ উৎসাহ উদগনিৰ কথা নকলোৱেবা ---



# আইলেণ্ড

ক'লা-বগা চিনেমাস্কোপ পদ্ধতিত নির্মিত জাপানৰ ছবি 'আইলেণ্ড'। চৰিত্ৰসমূহৰ মুখত কোনো সংলাপ নাই। গোটেই ছবিখনৰ আৰম্ভণিৰ পৰা শেষলৈকে কেৱল আবহসংগীত। বিভিন্ন পৰিস্থিতিৰ প্ৰাকৃতিক শব্দবোৰৰ বাহিৰে অইন কোনো শব্দ নাই। কিন্তু ছবিখনৰ ছবিবোৰেই যেন কথা কৈছিল। কোনো মুহূৰ্ততে নিৰ্বাক যুগৰ ছবি এখন চোৱাৰ দৰে লগা নাছিল, প্ৰকৃততে সেইখন নিৰ্বাক যুগৰ ছবি নহয়। তথাপি পৰিচালকে কিয় বাৰু চৰিত্ৰসমূহৰ মুখত কোনো সংলাপ নিদিলে ? এই কথাটো তেওঁক সোধোতে উত্তৰ হ'ল ঃ মোৰ এই 'দ্বীপ'টোৰ চৰিত্ৰসমূহে কেৱল কামহে কৰে, কথা নকয়। দিনটোৰ হাড়ভঙা পৰিশ্ৰমৰ পিচতো সিহঁতৰ জীৱনলৈ যদি দুৰ্যোগ আহে, তথাপি সিহঁত জীয়াই থাকে পৰিশ্ৰম কৰাৰ বাবেই, কথা ক'বলৈ নহয়।

মোৰেই দুৰ্ভাগ্য যে প্ৰায় ৪৩ বছৰৰ আগেয়ে চোৱা এই ছবিখনৰ প্ৰযোজক, পৰিচালক বা অন্যান্য শিল্পী কলা-কুশলীসকলৰ নামবোৰ মই পাহৰি গৈছো। কিন্তু ছবিখন মই পাহৰা নাই। ছবিখনৰ আৰম্ভণিৰ পৰা শেষলৈ সকলোবোৰ কথাই মোৰ মনত আছে। চকু মুদিলে এতিয়াও মই ছবিখন চোৱাৰ দৰেই সকলোবোৰ কথা ভাবি ভাবি দুঘণ্টা সময় কটাই দিব পাৰোঁ আৰু এখন ভাল ছবি চোৱাৰ এক অজ্ঞান অনুভূতিৰ মাজেৰে দুই তিনি দিন পাৰ কৰি দিওঁ।

ছবিখনৰ আৰম্ভণিতে এক বিহংগম দৃষ্টিত আমি দেখিবলৈ পাওঁ জাপানৰ সাগৰৰ পাৰৰ এখন বিশাল আধুনিক চহৰৰ পৰা নাতিদূৰৈত সাগৰৰ মাজৰ কিছুমান বিন্দু বিন্দু দ্বীপ। এই দৃশ্যটোৰ ওপৰতে ছবিৰ অভিনেতা-অভিনেত্ৰী বিভিন্ন কলাকুশলী, প্ৰযোজক আৰু পৰিচালকৰ পৰিচয়লিপি দেখিবলৈ পাওঁ, শুনিবলৈ পাওঁ বিষাদ আৰু আনন্দৰ, জীৱনৰ বিভিন্ন দিশৰ বিভিন্ন ভাৱ সৃষ্টিকাৰী আবহসংগীত। বহু সময়লৈকে চলে এই দৃশ্যটো আৰু কৰ্ণকুহৰত বাজে সেই সুৰটো। এটা সময়ত পৰিচয়লিপি শেষ হয়, সংগীতৰ মূৰ্ছনাও বন্ধ হয় আৰু আমি কেতিয়া যে আহি দ্বীপসমূহৰ মাজত এটা দ্বীপৰ পানীযুৱলিত উপস্থিত হওঁ ক'বকে নোৱাৰোঁ। এহাল পুৰুষ আৰু তিৰোতা আৰু ৮/৯ বছৰীয়া এটা ল'ৰা। সূৰ্য উঠাৰ আগেয়ে প্ৰায় অন্ধকাৰতে পৰিয়ালৰ আটায়ে দিনটোৰ

বাবে ব্যস্ত হৈ পৰে, টুলুঙা নাওখনত মাক-দেউতাকে ক'ৰবালৈ যোৱাৰ যো-জা চলাইছে । ল'ৰাটোৱে ইটো-সিটো বস্তু কঢ়িয়াই নাওখনত তোলাত সহায় কৰিছে । নাও এৰি দিলে, ব'ঠাৰ কৰট কৰট শব্দৰ সগতে সাগৰৰ ঢৌৰ শব্দ শুনা যায় । ল'ৰাটোৱে এন্ধাৰতে পাৰত বৈ চাই থাকে নাওখনলৈ । বতাহ আৰু পানীৰ চলাৎ চলাৎ শব্দ আৰু দূৰৈৰ পৰা অহা ব'ঠাৰ শব্দ । মাজপানীত নাৱৰ ওপৰত মাক-দেউতাকক এটা সময়ত নেদেখা হৈ যায় । কুঁৱলীৰ মাজেৰে একোকে নেদেখি - কেৱল ব'ঠাৰ শব্দ । ঘৈণীয়েকে চকু-মুখ মোহাৰি দিনটোৰ কঠোৰ শ্ৰমৰ বাবে প্ৰস্তুত হৈছে । গিৰিয়েকে দুই হাতেৰে ব'ঠা মাৰি নাওখন আগবঢ়াই লৈ গৈছে । এটা সময়ত নাওখন আহি চহৰৰ সাগৰৰ পাৰত লাগিলহি । পুৰুষ আৰু নাৰী নাৱৰ পৰা ভাৰ দুখন লৈ কুঁৱলীৰ মাজেৰে আগবাঢ়ি আহি চহৰৰ বহল ৰাস্তাত উঠিলহি । ৰাস্তাৰ দাঁতিৰ লাইটবোৰ জ্বলি আছে, দুয়ো আগবাঢ়ি গৈ আছে । বহু দূৰৈত গৈ সিহঁত প্ৰায় নাইকিয়া হ'ল । এটা পাত্ৰত পানী ভৰোৱাৰ শব্দ শুনা গ'ল, শব্দ ক্ৰমে ঘন হৈ আহিল, চহৰৰ ৰাস্তাৰ ওপৰেৰে কেমেৰা আগবাঢ়ি গৈ এঠাইত বৈ গ'ল । সম্মুখত দেখো চহৰৰ পানী যোগান বিভাগৰ ৰাস্তাৰ দাঁতিত থকা নলৰ পৰা সৰু পাত্ৰ এটাৰে আমাৰ কেৰাচিনৰ ড্ৰামৰ দৰে পাত্ৰত পানী ভৰোৱা হৈছে । দুটা পাত্ৰৰ পানীৰ ভাৰ লৈ ঘৈণীয়েক যাবলৈ সাজু হ'ল । অল্পপ পিচতে গিৰিয়েকেও ভাৰখন লৈ ঘৈণীয়েকৰ পিছ ললে । দুভাৰ পানী লৈ দুয়ো আহি আছে কুঁৱলী আৰু এন্ধাৰৰ মাজেৰে -- ৰাস্তাৰ দাঁতিৰ লাইটবোৰৰ ওচৰ পালে মাথোন আমি সিহঁতক মনিব পাৰোঁ । সিহঁত আহি আছে, আহি আছে, আহি আছে আৰু এই প্ৰতিবাৰে আহি থকা দৃশ্যবোৰত পাৰ্থক্য মাথোন এটাই । দূৰত্ব বুজিবলৈ ৰাস্তাৰ দাঁতিৰ লাইটপোষ্টৰ সংখ্যাবোৰ বাঢ়ি আছে । পাৰৰ পৰা দুয়ো নামি গৈ নাৱৰ ওচৰত পানী দুভাৰ থলে । গিৰিয়েকে সুঠাম হাতেৰে এটা এটাকৈ পানীৰ পাত্ৰ চাৰিটা নাৱত উঠালে । দুয়ো নাৱত উঠিল আৰু এইবাৰ ঘৈণীয়েকে নাৱৰ ব'ঠা মাৰি নাওখন পানী আৰু কুঁৱলীৰ মাজেৰে চলাই নিয়া আমি দেখিবলৈ পাওঁ । কুঁৱলীৰ মাজে মাজে নাও গৈ আছে, ব'ঠাৰ শব্দ আৰু সাগৰৰ শব্দ মাথোন আমাৰ কাণত বাজে । কিছুদূৰ আহি ঘৈণীয়েকে ব'ঠা এৰি থিয় হ'ল, গিৰিয়েকে আহি তাইৰ কাষেৰে পাৰ হৈ নাৱৰ ইটো মূৰত বহিল । অন্য মূৰত ঘৈণীয়েক । এইবাৰ গিৰিয়েকে ব'ঠা মাৰি নাওখন আগবঢ়াই লৈ গৈ থাকিল ।

দ্বীপটোৰ পিছফালৰ পূব আকাশত উষাৰ পোহৰ আৰু সেই পোহৰতে ছাঁৰ দৰে থিয় হৈ আছে দুটা ল'ৰা --- প্ৰায় সমবয়সীয়া । কুঁৱলীৰ মাজত সিহঁত বৈ আছে মাক-দেউতাকৰ বাবে । সিহঁতৰ এজনে স্কুললৈ যোৱাৰ ইউনিফৰ্ম পিন্ধি আছে । নাও আহি ঘাটত ৰ'ল, ওপৰৰ পৰা ল'ৰা দুজনে হাত জোকাৰি জোকাৰি তললৈ নামি আহিল । মাক-দেউতাকে এবাৰ সিহঁতলৈ চালে মাথোন, তাৰ পিচত পানীৰ ভাৰ লৈ

লাহে লাহে পাহাৰৰ ওপৰলৈ উঠি যাবলৈ ধৰিলে । ল'ৰা দুটাই পানীৰ যুৰলিতে কণ কণ মাছ, কেঁকোৰা আদি চাই চাই খেলিবলৈ ধৰিলে । পাহাৰৰ মাজভাগত পানী দুভাৰ থৈ মাক-দেউতাক ৰৈ গ'ল । মাকে পানীভাৰ এৰি ঘৰৰ পিনে গ'ল । দেউতাকে এভাৰ পানী নি খেতিৰ পিনে গ'ল । মাক ৰন্ধা ঘৰত কিবাকিবি ৰন্ধাত ব্যস্ত হৈ পৰিল আৰু দেউতাকে খেতিত পানী দিবলৈ ধৰিলে ।

ল'ৰা দুটা আহি খোৱা টেবুলত বহিল । খেতিত পানী দিয়া শেষ কৰি দেউতাকে খালি ড্ৰাম কেইটা ঘৰৰ দাঁতিত থৈ ভিতৰ সোমাই আহিল । খোৱাৰ আগেয়ে প্ৰাৰ্থনা কৰি আটায়ে খাবলৈ আৰম্ভ কৰিলে ।

পূব আকাশত সাগৰৰ বুকুৰ পৰা সূৰ্য উঠি আহিল । এই দ্বীপটোৰ দৰে সাগৰৰ মাজত থকা অসংখ্য সৰু সৰু দ্বীপে যেন ৰ'দ লৈছে । নাৱৰ ব'ঠাৰ শব্দ শুনা গল । নাৱত এতিয়া মাক দেউতাকৰ লগত স্কুল ইউনিফৰ্ম পিন্ধা ল'ৰাটো, পাৰত ৰৈ আছে আনটি ল'ৰা । নাও গৈ আছে কুঁৱলীৰ মাজেৰে ।

নাও আহি চহৰৰ দাঁতিত ৰ'ল । নাৱৰ পৰা নামি আটায়ে ৰাস্তাত থিয় হ'লহি । বাপেকে ভাৰখন লৈ পানীৰ নলৰ পিনে আগবাঢ়ি গ'ল । ৰাস্তাত দুই এখন গাড়ী অহা-যোৱা কৰিছে । স্কুল বাছ আহি ৰৈ গ'ল, ল'ৰাটো বাছত উঠিল । বাছ গুচি যোৱাৰ পিচত মাকে ভাৰখন লৈ পানীৰ নলৰ ওচৰ চাপিল ।

পানী ভৰোৱাৰ আমনি লগা শব্দ, মাজে মাজে অহা দুই এখন গাড়ীৰ শব্দ দূৰৈত মিলি যায় । ভাৰ দুখন লৈ দুয়ো আগৰবাৰৰ দৰেই নাৱত উঠি নাও চলাই দিলে দ্বীপৰ পিনে ।

পানীযুৰলিত ইটো ল'ৰাই এটা ডাঙৰ কেকোঁৰা ধৰিছে, মাছো ধৰিছে কেইটামান । নাও আগুৱাই আছে । ল'ৰাটোৱে মাছ আৰু কেকোঁৰা বন্ধা ৰছিডাল হাতত লৈ বৰশীটো পানীৰ যুৰলিতে এৰি দ্বীপটোৰ ওপৰলৈ উঠি গ'ল । ঘৰৰ ভিতৰত এটা পাত্ৰত কেকোঁৰা আৰু মাছখিনি থৈ দি পুনৰ ঘৰৰ বাহিৰলৈ আহিল ।

পানীৰ ভাৰ লৈ মাক-দেউতাকে লাহে লাহে পাহাৰ বগাইছে । প্ৰতিটো খোজ সাৱধানে দিব লাগিব । নহলে এবাৰ পিছলিব লাগিলে ......... । দেউতাকে পানী ভাৰ লৈ বহুখিনি আগবাঢ়ি আহিল । ল'ৰাটো মাকৰ কাষ চাপি কেনেকৈ মাকক সহায় কৰিব ভাবিলেহে, একোকে সি কৰিব নোৱাৰে । দৌৰি সি দেউতাকৰ ওচৰ চাপিল, খেতিত পানী দিয়াত সহায় কৰিলে । ল'ৰাটোৱে পানী দিয়া দেখি দেউতাক আগবাঢ়ি গ'ল ঘৈণীয়েকক সহায় কৰিবলৈ । পাহাৰৰ গাত কাটি থোৱা খাজবোৰত লাহে লাহে ভৰি থৈ সাৱধানে মাক উঠি আহি আছে । তাই যেন আৰু নোৱাৰে । গিৰিয়েকে আহি তাইৰ এখন হাতত ধৰি ওপৰলৈ অহাত সহায় কৰিছে ।

সৰু দ্বীপটোৰ খেতিত পানী দিবলৈ চহৰলৈ যোৱা আৰু পানী লৈ অহা দৃশ্যটো

বাৰে বাৰে দেখা গ'ল— মূৰৰ ওপৰলৈ উঠি অহা চলমান সূৰ্যৰ গতিৰ দৰে । দ্বীপত থকা অকলশৰীয়া ল'ৰাটোৱে ধনু-কাঁড় লৈ পিটপিটাই ঘূৰি ফুৰিছে চৰাই বিচাৰি । মাজে মাজে মাক-দেউতাকলৈ চাইছে । আবেলিৰ পিনে এবাৰ পানী আনিবলৈ যাওঁতে স্কুলত পঢ়া ল'ৰাটো সাগৰৰ পাৰত বৈ থকা দেখা গ'ল, এইমাত্ৰ তাক নমাই থৈ যোৱা বাছখনৰ পৰা অন্য ল'ৰা-ছোৱালীবোৰে হাত জোকাৰি তাৰ পৰা বিদায় ললে ।

পশ্চিম আকাশত সূৰ্য । পৰিশ্ৰান্ত ল'ৰাটো ধনুকাঁড় হাতত লৈয়েই ঘাটৰ ওপৰৰ গছৰ তলত শুই পৰিছে, হঠাৎ সি সাৰ পালে । ঘূৰি চাই দেখে ভায়েক আহি আছে ওপৰলৈ, মাক-দেউতাকে ভাৰ লৈ ওপৰলৈ উঠিছে লাহে লাহে । সি দৌৰি গৈ ভায়েকৰ ওচৰ চাপিল, স্কুলৰ বেগটো ভায়েকৰ পৰা লৈ দুয়ো ঘৰৰ পিনে আহি থাকিল ।

গিৰিয়েকে আগেয়েই ভাৰখন লৈ পাহাৰৰ ওপৰৰ খেতিৰ ওচৰ পাইছিল । সিও পৰিশ্ৰান্ত, ঘূৰি চালে ঘৈণীয়েকৰ পিনে । ঘৈণীয়েকে আহি প্ৰায় ওপৰ উঠিছে, এনেতে তাই এখোজ পিছলি গ'ল — পানীৰ এটা ড্ৰাম বাগৰি পৰিল, আপ্ৰাণ চেষ্টা কৰি তাই সন্মুখৰ ড্ৰামটো ধৰি ৰাখিলে । ভয়ে ভয়ে গিৰিয়েকৰ পিনে চালে । খঙত গিৰিয়েকে তাইৰ হাতৰ পৰা পানীৰ ড্ৰাম দাঙি আনি তাৰ ভাৰখনৰ ওচৰত থৈ পুনৰ ঘৈণীয়েকৰ পিনে আগবাঢ়ি গ'ল । তাই ভয়ে ভয়ে তাৰ পিনে চাই বৈ আছে । গিৰিয়েকে তাইৰ গালত ঠাচ কৰে চৰ এটা মাৰি দিলে । তাই মাটিত পৰি গ'ল । পৰি যোৱা ড্ৰামটোৰ পানীখিনি মাটিয়ে শুহি নিলে ।

অহা-যোৱা, পানী অনা, ল'ৰাক স্কুললৈ পঠোৱা, খেতিত পানী দিয়া — এই চলমান জীৱন সংগ্ৰাম চলে গোটেই বছৰটো । ঋতু সলনি হয় । বিভিন্ন ঋতুৰ এই চলমান গতিৰ মাজতো কিন্তু দ্বীপটোৰ বাসিন্দাসকলৰ সংগ্ৰাম চলি থাকে ।

........ এদিন । দিনটো কাম কৰি ভাগৰি জুগৰি মাক-বাপেকে স্কুলত পঢ়া সৰু ল'ৰাটো আৰু পানীৰ ড্ৰাম লৈ নাওখনেৰে আহি আছে । আজি কিন্তু দ্বীপত ল'ৰাটো সিহঁতৰ অপেক্ষাত ঘাটত বৈ থকা নাই, প্ৰায়ে থিয় হৈ আৰু কেতিয়াবা গছৰ তলত বহি সিহঁতৰ বাবে অপেক্ষাত বৈ থকা ল'ৰাটো আজি নাই দেখোন । উৎকণ্ঠাত মাক বিচলিত । নাওখন কোনোমতে ঘাট পালেই হয়, কেতিয়া যে শেষ হ'ব নাৱৰ এই চলমান গতি ! আমনি লগা ব'ঠাৰ শব্দ- 'কেৰেট, কেৰেট' ।

নাও আহি ঘাটত ৰ'ল । গিৰিয়েকে এটা এটাকৈ ড্ৰাম চাৰিটা পাৰত তুলিছে, মাকে ব্যস্ততাৰে ঘৰলৈ আগবাঢ়ি গ'ল, পিছে পিছে স্কুলত পঢ়া ল'ৰাটো !!

দুৱাৰখন হেঁচা দি খুলি ঘৰৰ ভিতৰ সোমাই দেখে ল'ৰাটোৱে বিছনাত চটফটাই আছে । তাৰ গাত হাত দি মাকে বুজিলে তাৰ অসুখ । পানী গৰম কৰি তাৰ গোটেই গাটো মচি দিলে । স্কুলৰ ইউনিফৰ্ম খুলি সৰু ল'ৰাটো দেউতাকক খেতিত পানী দিয়াত সহায় কৰিবলৈ গ'ল ।

ল'ৰাৰ অসুখৰ মাজতো কিন্তু সিহঁতৰ কাম চলি থাকিল ।সৰু ল'ৰাটোৰ স্কুলৰ ক্ষতি হ'ল, সি বেমাৰী ককায়েকৰ ওচৰত থাকিব লাগে ।আৰু এদিন, সিপাৰৰ পৰা উভতি আহি দেখিলে সৰু ল'ৰাটো ফেকুৰি ফেকুৰি কান্দি কান্দি ঘাটত বৈ আছে । চটফটীয়া ডাঙৰ ল'ৰাটো আজি নিঃশ্চুপ ।এজাক চৰাই উৰি যোৱাৰ দৰেই তাৰ জীৱটোও উৰি গ'ল ।আৱহ সংগীতত শোকৰ সুৰৰ লগতে আমি ইটো দৃশ্যৰ ওপৰত সিটো দৃশ্যৰ সহায়ত দেখিবলৈ পালো অন্যান্য দ্বীপৰ মানুহ আৰু গীৰ্জাৰ ফাডাৰৰ লগতে স্কুলীয়া ল'ৰা-ছোৱালীবোৰ আটায়ে আহি কবৰৰ চৌদিশ ঘেৰি ধৰিছে । অকলেই এভাৰ পানী ওপৰলৈ উঠাই আনি খেতিৰ কাষত ৰাখি দেউতাক আহি মাকৰ ওচৰত থিয় হ'ল ।মাকে গৈ পানীৰ ড্ৰাম দুটা বগৰাই দি দৌৰি গ'ল ঘৰৰ ভিতৰলৈ ।অসহায় ভাৱে চাই থাকিল দেউতাকে ।

মৃতদেহৰ ওপৰত ফুল ছটিয়াই আছে ল'ৰা-ছোৱালীখিনিয়ে— যেন একোখন চোকা ছুৰীহে মাৰিছে মৃতদেহলৈ ।লাহে লাহে মাক আগবাঢ়ি আহিছে, হাতত এখন ডেগাৰ, মুকুতা খটোৱা ডেগাৰখনৰ খাপটো ।মাক আগবাঢ়ি আহিল, চোকা ছুৰীৰ দৰে ফুল ছটিয়াই থকা ল'ৰা-ছোৱালীখিনিৰ মাজেৰে আগবাঢ়ি আহি কবৰৰ গাঁতৰ ওচৰত আঁঠু লৈ মাকে ল'ৰাটোৰ পিনে চালে, তাৰ পিচত ওপৰলৈ চাই যেন প্ৰাৰ্থনাহে কৰিলে ।হাতৰ ডেগাৰখন আলফুলে থলে ল'ৰাটোৰ মৃতদেহৰ ওপৰত ।বুকুত থোৱা ডেগাৰখন যেন এপাহ মৰমৰ ফুলহে ।

প্ৰথম দৃশ্যৰ দৰেই এইবাৰ আমি, এই দ্বীপ এৰি পিচুৱাই ওপৰলৈ আহি আছোঁ আৰু আৰম্ভণিৰ বিহঙ্গম দৃশ্যটো আমাৰ চকুত পৰিছে ।আধুনিক চহৰ এখনৰ ওচৰৰ সাগৰৰ বুকুত বিন্দু বিন্দু কেইটামান দ্বীপ ।.....

---

উল্লেখযোগ্য যে এই ছবিখনে কোনো লেখত লবলগীয়া পুৰস্কাৰ পোৱা বা কোনো পুৰস্কাৰ পোৱা বুলি আমি ক'তো পঢ়া নাই ।নাইবা এই ছবিখনৰ বিষয়ে বিস্তৃত আলোচনাও আমাৰ চকুত পৰা নাই ।হয়তো ৰাজনীতিয়ে এটা মহৎ শিল্পক গ্ৰাস কৰি পেলালে, তাৰ বাহিৰেতো অন্য কোনো কাৰণ আমাৰ মনলৈ নাহে ।



# "দি ষ্টাৰ"

দি ষ্টাৰ, তৰা । ইহুদীসকলৰ প্ৰতিজনেই তৰাৰ বেজ বুকুত পিন্ধি ফুৰে । যুদ্ধৰ সময়ৰ জাৰ্মানীৰ এখন সৰু চহৰ, নাৎছিসকলৰ ইহুদী নিধন যজ্ঞ চলিছে পূৰ্ণোদমে। কনচেনট্ৰেচন কেম্পৰ পৰা দলে দলে ইহুদীসকলক লৈ যোৱা হয় ৰেলষ্টেছনলৈ । মালগাড়ীৰ দবাত গৰু-ছাগলীৰ দৰে হেঁচি সুমুৱাই দিয়া হয়, দুৱাৰ বন্ধ কৰি সেউজীয়া ফ্লেগ দেখুৱাই দিয়ে । পঁচিশ ত্ৰিছটা দবা ঠেলি লৈ যায় ইঞ্জিনটোৱে । ইতিমধ্যে অইন এটা দলক মালগাড়ীৰ ডবাবোৰত উঠোৱা হয় । কিছুসময়ৰ পিছত কেৱল ইঞ্জিনটো ঘূৰি আহে । এইদৰে এখনৰ পিছত এখন ৰেল ঠেলি লৈ যায় ইঞ্জিনটোৱে ইহুদী বোজাই দি । গোটেই দিনটো চলে এই ধ্বংসযজ্ঞ ।

হেজাৰ হেজাৰ নিপীড়িত ইহুদীৰ মাজৰে এনি এগৰাকী ইহুদী গাভৰু । বৰিচ এজন ডেকা নাৎছি সেনা । প্ৰথম দৰ্শনতে দুয়ো দুয়োকে ভাল পায় । দূৰৈৰ পৰাই আকাৰে-ইংগিতে প্ৰকাশ কৰে দুয়োৰে ভালপোৱা । দিন যোৱাৰ লগে লগে সিহঁত ওচৰ চাপি আহে ।

বৰিচে নাজানে, এই যে কেম্পৰ পৰা ইহুদীবোৰক লৈ যোৱা হয় ষ্টেছনলৈ, ক'লৈনো পঠিয়ায় তেওঁলোকক বৰিচে নাজানে । নাজানে এনিহঁতক কেতিয়া লৈ যাব এই কেম্পৰ পৰা । জানে মাথোঁ এটা কথা এনিক সি ভাল পায় । যদি সম্ভৱ হয় সি তাইক বিয়া কৰাব । প্ৰতিনিশা সিহঁত লগ হয় । বৰিচে তাৰ ভাগৰ চক্‌লেট তাইক দিয়ে । অনাহাৰ, অনিদ্ৰা আৰু অনিশ্চয়তাৰ মাজতো ক্ষন্তেকৰ বাবে তাইৰ মুখত হাঁহি বিৰিঙি উঠে ।

এনিয়ে সপোন দেখে, সপোন দেখে বৰিছে । যুদ্ধ শেষ হৈছে, সিহঁতৰ এখন ঘৰ হৈছে । হৈছে এখন সংসাৰ । দূৰৈৰ পৰা ভাঁহি অহা ভূমিকম্পৰ দৰে শব্দ শুনা যায় । এনি আৰু বৰিচৰ সপোন ভাগে । ইহুদী বোজাই কৰা মালগাড়ীৰ দবাবোৰ ঠেলি ঠেলি ইঞ্জিন আগবাঢ়ে । প্ৰচণ্ড শব্দ কৰি দবাবোৰ এটাৰ পিছত এটাকৈ সুউচ্চ পাহাৰৰ পৰা পৰি যায় তললৈ, বহু তললৈ । অসহায় মানুহৰ আৰ্তনাদ বিলীন হৈ যায় এটাৰ পিছত

এটাকৈ পৰি গুড়ি হৈ যোৱা দবাবোৰৰ ভূমিকম্পৰ দৰে গৰ্জনৰ বুকুত । দবাবোৰ ঠেলি দি এঠাইত ৰৈ যায় ইঞ্জিনটো, লগত মাথোন এটা দবা ঠেলি আনিবলৈ ।

অফিচাৰ জনৰ পৰা জানিব পাৰিলে বৰিচে ইহুদীবোৰক ষ্টেচনলৈ কিয় নিয়া হয় আৰু দবাবোৰ যোজাই কৰি ইঞ্জিনটোৱে ঠেলি ঠেলি ক'লৈ লৈ যায় । এতিয়ালৈ পঞ্চাছ হেজাৰৰো বেছি ইহুদীক নিধন কৰা হ'ল ।

চহৰৰ পৰা এনিৰ বাবে ফ্ৰক এটা আনিছে বৰিছে । প্ৰচণ্ড গতিত চলিছে জীপ । বৰিছে কল্পনা কৰিছে নতুন ফ্ৰকটো পিন্ধিলে এনিক কিমান ধুনীয়া লাগিব ।

— এই কি ভাবিছা ?

— উঁ ।

— কি হ'ল, একেবাৰে চোন নতুন প্ৰেমিকৰ দৰে সপোন দেখিছা ?

— সঁচাকৈয়ে মই প্ৰেমত পৰিছোঁ ।

— কাৰ ?

— এজনী ছোৱালীৰ ।

— তুমি যিহেতু ডেকা ল'ৰা গতিকে প্ৰেমিকাজনী ছোৱালীয়েই হ'ব নিশ্চয় । কোন তাই ?

— কেম্পত থকা এজনী ছোৱালী । মই তাইক বিয়া কৰাব খোজো । তুমি মোক সহায় কৰিবা ?

— ইহুদী ছোৱালী, চোৱা মই তোমাক সহায় কৰিলেও লাভ একো নহয় । তুমি বৰং তাইক উপভোগ কৰি পাহৰি যোৱা । অফিচাৰে তোমাক বাহ বা দিব । আৰু যদি তাইক বচাবৰ বাবে চেষ্টা কৰা তেতিয়াহলে তোমাকো হত্যা কৰা হ'ব ।

এনিহঁতক এপাল গৰু-ছাগলীৰ দৰে খেদি খেদি লৈ যোৱা হৈছে ষ্টেছনৰ পিনে । এনিয়ে বাৰে বাৰে ঘূৰি চাইছে কেম্পৰ পিনে, কিজানি বৰিচক দেখা পায়েই । বৰিচেতো কৈছিল সি তাইক কেম্পৰ পৰা পলুৱাই লৈ যাব ।

বৰিচৰ বন্ধুৱে এনিক কেম্পৰ পৰা পলুৱাই নিয়াত সহায় কৰিবলৈ প্ৰতিশ্ৰুতি দিয়ে । বৰিচৰ মাক-দেউতাককো সি সৈমান কৰাব পাৰিব । অৱশ্যে কামটো সিহঁতে খুবেই সাৱধানে কৰিব লাগিব ।

দবাবোৰ ঠাহি ঠাহি ভৰ্তি কৰা হৈছে । এটা দবাত এনিকো দেখা গৈছে । তাই চাই আছে দূৰলৈ । বৰিচ দোখোন এতিয়াও নাহিল । বৰিচে কেম্পত গৈ জানিব পাৰিলে যে এনিহঁতক লৈ যোৱা হৈছে ষ্টেছনলৈ । এখন্তেকো সময় নষ্ট নকৰি বৰিচে জীপ চলাই দিলে ষ্টেছনৰ পিনে । দবাবোৰ ইহুদীৰে পুৰাই বুকু কঁপি যোৱা শব্দ কৰি বন্ধ কৰা হৈছে । অলপ পিচতে এনিহঁতৰ দবাটোও বন্ধ কৰা হ'ব । বৰিচে প্ৰচণ্ড গতিত জীপ চলাই গৈ আছে ষ্টেছনৰ পিনে ।

এনিৰ দবাৰ দুৱাৰখন বন্ধ হ'ল । তৰাৰ বেজটো তাই পেলাই দিলে । দীঘলীয়া উঁকি মাৰি ইঞ্জিন চলিছে দবাবোৰ ঠেলি ঠেলি । জীপ আহি ষ্টেছনৰ বাহিৰত ৰ'ল । বৰিচে দৌৰি দৌৰি আহি ষ্টেছনৰ প্লেটফৰ্মত থিয় হ'ল । দূৰৈত দেখা গৈছে ক'লা ধোৱা উৰুৱাই ইঞ্জিনটো গৈ আছে মালগাড়ীৰ দবাবোৰ ঠেলি ঠেলি । বৰিচে দূৰলৈ চাই থাকিল । তলমূৰ কৰোতে দেখিলে এনিৰ বেজটো । তাইৰ বুকুত জিলিকি থকা তৰাৰ বেজটো । বেজটো সি তুলি ল'লে আৰু তৰাটো নিজৰ বুকুত হেঁচি ধৰিলে ।



# "ৰ'চোম'ন"

জাপানৰ প্ৰতিভাশালী চিত্ৰ পৰিচালক আকিৰা কুৰুচোৱাই দেশ-বিদেশত বহু ছবি নিৰ্মাণ কৰিছে আৰু এতিয়াও নিৰ্মাণ কৰি আছে । দৰ্শক, সমালোচক আৰু কুৰুচোৱাই নিজেও ভাবে তেওঁৰ আটাইতকৈ ভাল ছবিখন হ'ল "চেভেন চামুৰাই"। তথাপি ৰ'ছোম'ন ছবিখন বিভিন্ন দিশৰ পৰাই খুবেই গুৰুত্বপূৰ্ণ । গুৰুত্বপূৰ্ণ এই বাবেই যে দ্বিতীয় মহাযুদ্ধৰ পিছত প্ৰথম এই ছবিখনেই জাপানৰ চলচ্চিত্ৰ সম্বন্ধে পৃথিৱীৰ দৰ্শক সমালোচকৰ দৃষ্টি আকৰ্ষণ কৰাত সহায় কৰিলে । ১৯৫১ চনত ভেনিচ ফিল্ম ফেষ্টিভেলত দেখুওৱা হয় ৰ'চোম'ন আৰু ছবিখনে গ্ৰেণ্ড প্ৰি পুৰস্কাৰ লাভ কৰে । তাৰ পিছত ছবিখন বিভিন্ন দেশত দেখুওৱা হয় । পৃথিৱীত চলচ্চিত্ৰ জগতত জাপানৰ ওঝু, মিজোগুচি, কিনোগাচা, গোচো, ইচিকোৱা আদি লব্ধপ্ৰতিষ্ঠ পৰিচালকৰ লগতে নতুন চামৰ টেচি গাহাৰা, হানি আদি পৰিচিত হৈ পৰে, ৰ'চোম'ন ছবিৰ যোগেদিয়ে । কিয়নো কুৰুচোৱাৰ ৰ'চোম'নৰ অভূতপূৰ্ব সাফল্যই আমাক জাপানৰ ছবি আৰু বেছিকৈ চোৱাৰ বাবে আগ্ৰহান্বিত কৰে ।

মৌলিক কাহিনীত অন্তৰ্নিহিত যৌনতাৰ নিম্নপ্ৰৱাহ, শিল্প পৰিবেশনত নিপুণতা, নতুন প্ৰয়োগ ৰীতি, কাহিনী বিন্যাসৰ নিপুণতা আৰু অভিনৱত্বই ৰ'চোম'ন ছবিখন এখন সাধাৰণ ৰহস্যঘন চলচ্চিত্ৰৰ পৰা বহু উচ্চতালৈ লৈ যায় ।

ছবিখন মই বহুবাৰ চাইছো আৰু প্ৰতিবাৰেই বিখ্যাত চিত্ৰ নিৰ্মাতা সত্যজিৎ ৰায়ে কোৱাৰ দৰেই "ছবিখনে মোক বৈদ্যুতিক ক্ৰিয়াৰে প্ৰভাৱান্বিত কৰিছিল । এই ছবিখন তিনিবাৰ চাইছো – এদিনৰ পিছত এদিনকৈ আৰু প্ৰতিবাৰে চাই উঠি ভাবিছোঁ, পৃথিৱীত এনে এখন ছবি আছেনে যিয়ে পৰিচালকৰ চলচ্চিত্ৰ নিৰ্মাণৰ সকলো দিশতে এনে নিপুণ ক্ষমতা প্ৰকাশ কৰে ।"

জাপানৰ মধ্যযুগত ঘটা এটা (ঘটনাক) হত্যাকাণ্ডক কেন্দ্ৰ কৰি ৰ'চোম'ন ছবিৰ কাহিনী । এজন চামুৰাই (বীৰ যোদ্ধা) তেওঁৰ অপূৰ্ব সুন্দৰী স্ত্ৰী আৰু এজন ডকাইত । কাহিনীৰ প্ৰত্যক্ষ দৰ্শক খৰিকটীয়াজন চতুৰ্থ চৰিত্ৰ । এই চাৰিওটা চৰিত্ৰই হত্যাকাণ্ডৰ

বিষয়ে বিচাৰ সভাত কোৱা নিজ নিজ অভিজ্ঞতাকে বেলেগে বেলেগে দেখুওৱা হয়। একেটা হত্যাকাণ্ডৰ বিষয়ে তেওঁলোকে কওঁতে নিজকে নায়ক বা নায়িকা সজাই কাহিনীটো কয়। কুৰুচোৱাই যেন এই চৰিত্ৰ চাৰিটাৰ মাজেৰে মানুহৰ নিজকে নায়ক সজোৱা মনোবৃত্তিৰ দুৰ্বলতাৰ কথাতহে প্ৰাধান্য দিছে, হত্যাকাণ্ডটো নহয়, আৰু ইয়ে ছবিখনৰ প্ৰতি সৰ্বসাধাৰণ দৰ্শকৰ কৌতূহল সৃষ্টি কৰাৰ লগতে মহত্ত্বও প্ৰকাশ কৰিছে।

ছবিৰ আৰম্ভণি ৰ'চোম'ন গেটৰ সম্মুখত বহা এখন বিচাৰ সভাৰে, অৱশ্যে এই বিচাৰ সভাত বিচাৰপতিক কোনো প্ৰাধান্যই দিয়া নাই কুৰুচোৱাই, তেওঁ বিচাৰক নহয়, যেন দৰ্শকহে।

চামুৰাই আৰু তেওঁৰ স্ত্ৰী হাবিৰ মাজেৰে আহি আছে। ডকাইতটো খাপ পাতি ৰৈ আছিল। স্বামী, স্ত্ৰী হাল আহি এঠাইত মুকলি ঠাই পাই কিছুসময়ৰ বাবে জিৰণি লোৱাৰ উদ্দেশ্যেৰে ৰ'ল। লুকাই থকা ডকাইতটোৱে গাত পৰি থকা মাখি এটা কোনো শব্দ নকৰাকৈয়ে মাৰিলে। ঘূৰি চাই তিৰোতাগৰাকীৰ ৰূপত মুগ্ধ হৈ মনতেই কিবা ভাবিলে। অতৰ্কিতে চামুৰাইক আক্ৰমণ কৰি গছ এডালত বান্ধিলে আৰু স্বামীৰ সমুখতে তেওঁৰ স্ত্ৰীক বলাৎকাৰ কৰি যৌন সম্ভোগ কৰিলে। পিছত দেখা গ'ল চামুৰাইৰ মৃতদেহ পৰি আছে তেওঁক প্ৰথমতে আক্ৰমণ কৰা ঠাইত।

অতীতত ঘটা এই কাহিনীটো গৌণ হৈ পৰে যেতিয়া বিচাৰ সভাত প্ৰত্যেকে কাহিনীটো তেওঁলোকে নিজে ভবাৰ ধৰণে কয় আৰু পৰিচালকে আমাক ফ্লেচবেকত এটাৰ পিছত এটাকৈ হত্যাকাণ্ড সংঘটিত হোৱা একেটা কাহিনীকে ভিন্ন ভিন্ন ধৰণে কয়।

ডকাইতটোৰ মতে তেওঁ চামুৰাইক হত্যা কৰিছে সম্মুখ ৰণত, অন্যায়ভাৱে নহয়। (মধ্যযুগৰ জাপানাত এনেদৰে সম্মুখ ৰণলৈ আহ্বান কৰা আৰু যুঁজত হৰা-জিকা বা মৃত্যু হোৱাটো হত্যাকাণ্ড বুলি ধৰা নহৈছিল) হাবিৰ মাজত চামুৰাই আৰু তেওঁৰ ঘৈণীয়েকে জিৰণি লোৱাৰ বাবে ব্যৱস্থা কৰিছে। এনেতে ডকাইতটোৱে আহি চামুৰাইক যুদ্ধৰ বাবে আহ্বান জনালে। চামুৰাইসকল বীৰযোদ্ধা। লগে লগে তেওঁ হাতত তৰোৱাল লৈ আগবাঢ়ি আহিল। দুইটাৰ মাজত তুমুল ৰণ, কোনেও যেন কাকো হৰুৱাব নোৱাৰে। দুজন পুৰুষৰ মাজত এই যুঁজ চাই আছে চামুৰাইৰ ঘৈণীয়েকে — এক অজান উৎকণ্ঠাৰে। ডকাইতটোৱে চামুৰাইক হত্যা কৰিলে, তেওঁৰ নিজৰো ৰক্তাক্ত দেহ; পৰিশ্ৰান্ত তেওঁ, লাহে লাহে আগবাঢ়ি যায় স্ত্ৰী গৰাকীৰ পিনে।

'মিছা এয়া, একেবাৰে মিছা কথা' চামুৰাইৰ স্ত্ৰীয়ে বিচাৰ সভাত কৈ উঠিল। মোৰ স্বামীক মই নিজহাতে হত্যা কৰিছোঁ, হত্যা কৰিছোঁ মনৰ ক্ষোভত। বিচাৰ সভাৰ লোক সকল আচৰিত হ'ল। আচৰিত হ'ল ডকাইতটো আৰু খৰিকটীয়াজন। পুনৰ আমি দেখিবলৈ পাওঁ হাবিৰ মাজত স্বামী-স্ত্ৰীক। দুয়ো দুয়োৰে প্ৰতি বিতুষ্ট। মনৰ এক

অদমনীয় ক্ষোভত স্ত্ৰী গৰাকী জৰ্জৰিত আৰু এটা সময়ত নিজহাতেৰে হাতৰ চুৰী বস্তুৱাই দিয়ে চামুৰাইৰ বুকুত । চামুৰাইৰ আতংকিত মুখ লাহে লাহে ঢলি পৰে, বনৰ ওপৰত তেওঁৰ দেহ ।

কিন্তু চামুৰাইৰ নিজৰ কাহিনী আকৌ বেলেগ । মধ্যম ব্যক্তি এজনক হেনো তেওঁ কোনোমতে তেওঁ 'হাৰাকিৰি' কৰিছে, আত্মহত্যা কৰিছে । বনৰ মাজত চামুৰাইক দেখা যায়, লাজ অপমানত তেওঁ ঘৈণীয়েকৰ কাষৰ পৰা আঁতৰি গৈছে । পৃথিৱীত জীয়াই থকাৰ কোনো বাসনাই আৰু তেওঁৰ নাই । হঠাৎ তেওঁ নিজৰ হাতৰ তৰোৱাল পেটত সুমুৱাই দিয়ে । যন্ত্ৰনাময় মৃত্যুৰ মাজেৰে যেন তেওঁ শান্তি বিচাৰি পালে ।

খৰিকটীয়াজনে সেয়াও মিছা বুলি কয় বিচাৰ সভাত । তেওঁ তেওঁৰ কাহিনী ক'বলৈ ধৰে । আমি পুনৰ হাবিখনৰ মাজত দেখিবলৈ পাওঁ চামুৰাই, তেওঁৰ স্ত্ৰী আৰু ডকাইতজনক । গছ এডালৰ আঁৰৰ পৰা খৰিকটীয়াই চাই আছে সম্মুখত ঘটি থকা ঘটনাবোৰ । যৌন সম্ভোগৰ পিছত ডকাইতজনে চমুৰাইক হত্যা কৰি দুয়ো স্বামী-স্ত্ৰী হিচাপে জীৱনযাপন কৰাৰ প্ৰস্তাৱ দিছে । নাৰীৰ ৰূপেৰে ডকাইতৰ দোদুল্যমান মনত প্ৰভাৱ বিস্তাৰ কৰি তেওঁৰ দ্বাৰা চমুৰাইক হত্যা ক'ৰা হ'ল । খৰিকটীয়াই বাধা দিয়াৰ চেষ্টা কৰি ব্যৰ্থ হয় ।

এই দৰে চাৰিটা ভিন্ন কাহিনীৰে হত্যাকাণ্ডৰ কথোবোৰ উত্থাপন কৰাৰ বাহিৰে পৰিচালকে কিন্তু আমাক কোনো সমিধান নিদিয়ে । এই হত্যাকাণ্ডৰ বাবে দায়ী কোন, তেওঁ দৰ্শকক বিচাৰ কৰিবলৈ দিছে নাইবা হত্যাকাণ্ড সংঘটিত হৈছিল নে – হৈছিল যদি দায়ী কোন সেয়া যেন পৰিচালকৰ বিচাৰ্য নহয় । কিয়নো এইখন ৰহস্যঘন চলচ্চিত্ৰ নহয় । চৰিত্ৰবোৰে নিজৰ নিজৰ সুবিধা অনুসৰি বা তেওঁলোকে ভবা, আশা কৰা ধৰণে মনে সজা কাহিনীবোৰ আমাক কৈছে নিজৰ নিজৰ নায়ক বা নায়িকাৰ ভাবমূৰ্তি তৈয়াৰ কৰিবৰ বাবে ।

---

১৯৫২ চনৰ ২০ মাৰ্চত ৰ'চোম'ন ছবিখনক শ্ৰেষ্ঠ বিদেশী ছবিৰ বাবে অস্কাৰ প্ৰদান কৰা হয়, আমেৰিকাৰ অকাডেমী অব মোচন পিকচাৰ আৰ্ট এণ্ড চাইঞ্চে এই ছবিখনক 'The most outstanding foreign language film released in the United States in 1951 হিচাপে এই সম্মানীয় পুৰস্কাৰ দিয়ে । ১৯৯৮ চনৰ ছয় চেপ্তেম্বৰত কুৰুচোৱাৰ মৃত্যু হৈছিল, অৱশ্যে তাৰ আগতে তেওঁক 'অলটাইম এচিভমেণ্ট' বঁটাৰে অস্কাৰ কমিটিয়ে পুৰস্কৃত কৰিছিল ।



# "নাইনথ্ চাৰ্কল"

দ্বিতীয় মহাযুদ্ধৰ নাৎছি জাৰ্মেনীৰ ইহুদীসকলৰ ওপৰত চলোৱা অত্যাচাৰৰ দুখন উল্লেখযোগ্য ছবি "নাইনথ চাৰ্কল" আৰু "দি ষ্টাৰ"।

নাইনথ্ চাৰ্কল যুগোশ্লাভিয়াৰ ছবি। যুদ্ধৰ সময়ৰ নাৎছি অধিকৃত যুগোশ্লাভিয়াৰ এখন চহৰ। মাৰিয়া এজনী যোড়শী ইহুদী গাভৰু, তাইক ভাল পায় ইভো নামৰ ডেকাজনে। নাৎছিসকলে চহৰখন দখল কৰাৰ পিছতে প্ৰথমে ইহুদী সকলক এফালৰ পৰা ধৰি নি নাইনথ্ চাৰ্কল নামৰ কনচেনট্ৰেচন কেম্পত ৰাখিলে। প্ৰায় আঠফুট ওখ কাঁটা তাঁৰৰ বেৰেৰে ঘেৰা এক বিস্তীৰ্ণ অঞ্চলত সৰু সৰু কিছুমান ঘৰত ইহুদীসকলক ৰখা হৈছে। এই কাঁটা তাঁৰত আকৌ অহৰ্নিশে বিজুলী প্ৰবাহিত কৰি ৰখা হৈছে, যাতে কোনো তাঁৰৰ মাজেৰে কেম্পৰ পৰা ওলাই যাব নোৱাৰে। ছবিৰ আৰম্ভণিতে আমি দেখিবলৈ পাওঁ বহুতো ইহুদী ডেকা-গাভৰুৱে কেম্পৰ অত্যাচাৰ সহিব নোৱাৰি এই বিজুলী প্ৰবাহিত তাঁৰত জাঁপ দি আত্মহত্যা কৰিছে। নাইবা, বেৰৰ কাষত পঞ্চাছ ষঠি ফুট অন্তৰে অন্তৰে থকা ৱাচ্ টাৱাৰবোৰৰ প্ৰহৰীৰ গুলীত প্ৰাণ দিছে।

প্ৰায় প্ৰতিনিশাই কেম্পলৈ আহে কেইখনমান গাড়ী। ইহুদীসকলক লাইন পাতি থিয় কৰোৱা হয়। অফিচাৰ এজনে গাভৰুবোৰৰ মাজৰ পৰা কেইজনীমানক আঙুলিয়াই দেখুৱাই দিয়ে। পঞ্চাছজনীমানক গাড়ীত তুলি লৈ যোৱা হয় অফিচাৰৰ ক্লাবলৈ। অৰ্দ্ধনগ্ন খালি ভৰিৰ গাভৰুইঁতৰ ওপৰত চলে ওৰে নিশা অত্যাচাৰ। মদমত্ত অফিচাৰসকলে এই গাভৰুবোৰৰ লগত নাচে খৰগতিৰ সঙ্গীতৰ তালে তালে। প্ৰায় উলঙ্গ কৰি নিচাগ্ৰস্ত অফিচাৰসকলে গাভৰু দেহৰ সকলো সৌন্দৰ্য নষ্ট কৰি যেন তৃপ্তি পায়। বেছি ভাগেই অত্যাচাৰ সহিব নোৱাৰি মূৰ্ছা যায়, প্ৰাণ হেৰুৱায়। এদিন মাৰিয়াকো ক্লাবলৈ অনা হ'ল। অনাহাৰ-অনিদ্ৰাত শেঁতা পৰা মাৰিয়াৰ যৌৱনৰ ৰূপ কিন্তু নিষ্প্ৰভ হোৱা নাই। নিচাগ্ৰস্ত অফিচাৰসকলৰ হায়েনাৰ দৰে ৰঙা চকুৰ লোলুপ দৃষ্টি মাৰিয়াৰ ওপৰত। খৰগতিৰ সঙ্গীতৰ তালে তালে নাচ চলিছে। মাৰিয়া ভাগৰি পৰিছে ইজনৰ পিছত সিজনৰ লগত নাচি নাচি। অফিচাৰসকলৰ বুটজোতাৰ গচকত তাইৰ খালি ভৰি

চিৰাচিৰ হৈ গৈছে, তথাপি এখন্তেকৰ বাবেও তাইৰ জিৰণি নাই । ওৰে নিশা ক্লাবৰ ভিতৰত চলে এই নাচ-গান অত্যাচাৰ ।

বাহিৰত ইভো বৈ আছে অধীৰ আগ্ৰহেৰে এবাৰ মাথোঁ মাৰিয়াৰ দৰ্শন প্ৰাপ্তিৰ বাবে । প্ৰতিদিন চলে এই অত্যাচাৰ, ইভোৰ অপেক্ষা ।

এইদৰে বৈ থাকোতে ইভোৱে লক্ষ্য কৰিলে যে নিশা ঠিক বাৰ বজাত কেইমিনিটমানৰ বাবে কেম্পৰ সকলোবোৰ বিজুলী চাকি নুমাই যায়, কাঁটা তাৰৰ বিজুলী প্ৰবাহো বন্ধ হয় । ইভো আৰু মাৰিয়া এই এন্ধাৰৰ সুযোগ লৈ মিলিত হয়, কথাতকৈ দুয়ো চাই থাকে দুয়োৱে পিনে, মাজত কাঁটা তাঁৰৰ বেৰ । সিহঁতে আৰু এটা কথা লক্ষ্য কৰিলে যে বিজুলী বন্ধ কৰি দিয়াৰ আগেয়ে তিনিবাৰ আৰু পুনৰ বিজুলী প্ৰবাহ অহাৰ আগেয়ে তিনিবাৰ দীঘলীয়া হুইছেল বাজে ।

এইদৰে কেইবাদিনো লক্ষ্য কৰাৰ পিছত ইভোৱে চিন্তা কৰি দেখিলে যে এই সময়খিনিৰ ভিতৰতে মাৰিয়াক এই তাঁৰৰ বেৰ পাৰ কৰি আনিব পৰা যায় । প্ৰথমতে মাৰিয়াক কথাটো কওঁতে তাই অসম্ভৱ বুলি ক'লে, কিয়নো বুটজোতাৰে থেতেলি যোৱা খালি ভৰিৰে তাই কাঁটা তাৰ পাৰ হ'ব নোৱাৰিব । কিন্তু ইভোৰ উৎসাহ আৰু অনুৰোধত তাই অসাধ্য সাধন কৰিবলৈ এদিন সন্মত হ'ল ।

কাঁটা তাঁৰৰ বেৰৰ পৰা কিছু দূৰৈৰ অন্ধকাৰত বৈ আছে ইভো, কেম্পৰ সৰু ঘৰৰ বাৰাণ্ডাত বৈ আছে মাৰিয়া । এই অপেক্ষাৰ যেন শেষ নাই ।

দীঘলীয়া হুইছেল শুনা গ'ল এবাৰ, দুবাৰ তিনিবাৰ । বিজুলী বাতি বন্ধ হৈ গল, ছাৰ্চ লাইটবোৰো নুমাই গ'ল । চৌদিশ অন্ধকাৰ । দৌৰি গ'ল ইভো, মাৰিয়ায়ো দৌৰি আহিল । ইভোৰ সহায়ত তাই এডাল এডালকৈ কাঁটা তাৰ বগাবলৈ ধৰিলে । ভৰিত কাঁইটে বিন্ধিছে, অসহ্য যন্ত্ৰাকো তাই উপেক্ষা কৰিছে । ইভোৱে তাইক সহায় কৰিছে, তাৰ হাতেৰে কাঁটা তাঁৰত ধৰি তাতে তাইক ভৰি দি ওপৰলৈ উঠি যাবলৈ উৎসাহিত কৰিছে । এডাল এডালকৈ কাঁটা তাঁৰ বগাই দুয়ো ওপৰলৈ উঠি গৈ আছে, কিছু দূৰৈত প্ৰহৰীবোৰে হাতত ৰাইফল লৈ ঘূৰাঘূৰি কৰিছে । কঁপি কঁপি বগাইছে কাঁটা তাঁৰ ইভো আৰু মাৰিয়াই, পাৰিব জানো পাৰ হ'ব তাই এই সুউচ্চ বেৰ ? এই মুহূৰ্ত্ততে যদি বিজুলী প্ৰবাহ আহে ?

সময় গৈ আছে । যিমানে ওপৰলৈ গৈছে তাঁৰ বগোৱা বেছি কঠিন আৰু কষ্টকৰ হৈ পৰিছে । তথাপি ইভোৰ উৎসাহ, মাৰিয়াৰ আশা । কাঁটা তাঁৰৰ বেৰৰ একেবাৰে ওপৰত গোলাকৃতিৰ তিনি শাৰী কাঁটা তাঁৰ — এইখিনি মই নোৱাৰিম ইভো । — তুমি গোটেই শৰীৰটো তাঁৰত পেলাই দিয়া, মই ইপিনৰ পৰা ধৰিম ।

— নহ'ব ইভো, তাতকৈ —

— হ'ব, হ'ব । আহা—

মাৰিয়াই গোটেই দেহাটো গোলাকৃতিৰ কাটাতাঁৰৰ শাৰীত লগাই দিয়ে, ইভোৱে অন্যফালৰ পৰা সহায় কৰিবৰ বাবে তাইৰ দৰেই তাঁৰত লাগি যায় । গোটেই শৰীৰতে তাঁৰৰ কাঁইটে বিন্ধিছে — সেইপিনে সিহঁতৰ খেয়াল নাই । প্ৰায় আধামান পাৰ হৈ অহা সময়তে দূৰৈৰ পৰা ভাঁহি অহা শুনা গল সেই নিষ্ঠুৰ হুইছেলৰ শব্দ "কৰ কয়ৰ কৰৰৰ" কৈ বাজিছে । বিচলিত মাৰিয়া আশাবাদী, ইভোৱে প্ৰাণপনে চেষ্টা কৰিছে বাকীখিনি তাঁৰ অতিক্ৰম কৰিবলৈ । কিছু সময়ৰ পিছত শুনা গ'ল হুইছেল । অন্ধকাৰৰ পৰা ভাঁহি আহিছে মৃত্যুদূতৰ দৰে ।

— ইভো মই নোবাৰিম, তুমি জাঁপ মাৰি নামি দিয়া ।

— পাৰিবা মাৰিয়া আৰু মাথোন অকণমানহে বাকী ।

— নহ'ব ইভো, যোৱা, তুমি যোৱা ।

ইভোৱে নিষ্ঠুৰৰ দৰেই মাৰিয়াক খং কৰি কয় — পাৰিবা, এতিয়া পাগলামি এৰি আগবাঢ়া । কাঁটা তাঁৰে চিৰাচিৰ কৰা মাৰিয়াৰ দেহটো সি টানিবলৈ ধৰে । তাই যেন মূৰ্ছা যাব, কাতৰ স্বৰে কয় - মোক আৰু কিমান কষ্ট দিবা ইভো ।

এনেতে ভাঁহি আহে তৃতীয় হুইছেল, দীঘলীয়া ; নিষ্ঠুৰ অন্ধকাৰৰ পৰা ভাঁহি আহিছে মৃত্যু দূতৰ হাঁহিৰ দৰে ।

— নিজক বচোৱা ইভো । মোক আৰু কষ্ট নিদিবা ।

- আৰু অক মান, এতিয়াও সময় আছে ।

ইভোৰ আশা, মাৰিয়াৰ যন্ত্ৰাকাতৰ মুখ, কাঁইটেৰে চিৰাচিৰ দুটি দেহ । এটা ভয়ঙ্কৰ দৈত্যৰ দৰে ছাৰ্চ লাইটৰ পোহৰে গোটেই পৰ্দা আগুৰি পেলালে । নিষ্ঠুৰ আলোক, চকু ছাট মাৰি ধৰা সম্মুখৰ বগা পৰ্দাখন, দৰ্শকৰ হৃদয় যেন থমকি ৰয় । ক্ষন্তেক পিছতে 'দি ফিন' ক'লা সৰু আখৰ কেইটা পৰ্দাত দেখা যায় 'শেষ' । "দি ফিন" ।



# “ভইচ্ ফ্ৰম দা গেলজ”

চীনৰ পূৰ্বাঞ্চলৰ জাপান অধিকৃত অঞ্চল । সুবৃহৎ জেলৰ ভিতৰৰ এটা “চেলৰ”পৰা নায়কক উলিয়াই অনা হ'ল । সুদীৰ্ঘ কৰিডৰেৰে আগবাঢ়ি আহিল জেইলাৰ, মেজিষ্ট্ৰেট আৰু সেনা পৰিবেষ্টিত নায়ক । চিৰি বগাই ওপৰলৈ উঠি আহিল আটায়ে । সৰু কোঠাটোত এখন প্লেট্‌ফৰ্ম, ফাঁচি কাঠত শকত ৰছী এডাল ওলমি আছে । মেজিষ্ট্ৰেট, জেইলাৰ আৰু অন্যান্য সকল নিজ নিজ স্থানত থিয় হ'ল ।নায়কক ফাঁচি দিয়া মানুহজনে আগবঢ়াই লৈ গ'ল, হাতৰ হেণ্ডকাফ খুলি নায়কৰ হাত দুখন পিঠিৰ পিনে বন্ধা হ'ল ।

“তুমি মৃত্যুৰ বাবে সাজুনে” ? মেজিষ্ট্ৰেটে সুধিলে, নায়কে মূৰ জোকাৰি প্ৰতিবাদ কৰিলে । মেজিষ্ট্ৰেটে তেওঁৰ ফাঁচিৰ হুকুম পঢ়ি শুনালে । অবিচলিত নায়ক, মুখত পিন্ধাই দিয়া হ'ল ক'লা আৱৰণ । ফাঁচিৰ ৰছী ডাল গলত লগাই দিয়া হ'ল । ঘড়ীৰ কাঁটা ঘূৰিছে, আৰু এক নিৰ্দিষ্ট সময়ত মেজিষ্ট্ৰেটৰ ইংগিতত ফাঁচি দিয়া মানুহজনে লিভাৰ ঠেলি দিলে, নায়কৰ ভৰিৰ তলৰ তক্তাখন আঁতৰি গ'ল । প্ৰচণ্ড গতিত নামি গ'ল নায়কৰ দেহ । ক্ষন্তেক পিছতে দেখা গ'ল চিপজৰীত ওলমি আছে নায়ক ।

সকলো নামি আহিছে তললৈ । কোঠাটোৰ মজিয়াৰ পৰা আঠফুটমান ওপৰত ওলমি আছে নায়ক । ঘড়ী চাই আছে মেজিষ্ট্ৰেটে । এটা সময়ত তেওঁ নায়কক চিপজৰীৰ পৰা নমাই অনাৰ বাবে ইংগিত দিলে । নায়কৰ মৃতদেহ মজিয়াত শুৱাই দিয়া হ'ল । ডাক্তৰে তেওঁৰ নাড়ী পৰীক্ষা কৰি থাকোতে নায়ক উঠি বহিল । আটায়ে আচৰিত হ'ল । চৌদিশে উখল মাখল লাগিল ।

“এয়া অসম্ভৱ” – জেইলাৰে ক'লে ।

“কিন্তু তেওঁক যে আমি ফাঁচি দিবই লাগিব । সময় থাকোতে পুনৰ তেওঁক চিপজৰীত ওলোমাই দিয়া হওঁক । মেজিষ্ট্ৰেটে ক'লে । নায়কে মিচিকিয়াই হাঁহিলে মাথোন । পুনৰ আগৰ দৃশ্যটোৰ পুনৰাবৃত্তি । ওলমি থাকিল নায়কৰ দেহ চিপজৰীত । ঘড়ীৰ কাঁটা ঘূৰিল । নিৰ্দ্ধাৰিত আধাঘণ্টাৰ ঠাইত এঘণ্টা ওলোমাই ৰখা হ'ল নায়কক ।

তাৰ পিছত পুনৰ নমাই অনা হ'ল তেওঁৰ মৃতদেহ । কিন্তু মজিয়াত শুৱাই দিয়াৰ লগে লগে তেওঁ আকৌ উঠি বহিল ।

"এইবোৰ কি হৈছে, ডাক্তৰ কিবা এটা কৰক ।"

"ডাক্তৰে কি কৰিব । তোমালোকে মোক মাৰিব নোৱাৰা" । নায়কে ক'লে ।

"কিন্তু তুমিযে মৰিবই লাগিব," মেজিষ্ট্ৰেটে ক'লে ।

"কিয় "?

"কাৰণ তুমি দেশদ্ৰোহী "।

"নিজৰ দেশক ভালপোৱা জানো দেশদ্ৰোহিতা ? তোমালোকে মোৰ দেশ অধিকাৰ কৰিছা । তোমালোকহে দেশদ্ৰোহী । তোমালোকক মোৰ দেশৰ পৰা খেদি নিজৰ দেশমাতৃক স্বাধীনতা দিয়াই হ'ল আমাৰ উদ্দেশ্য । অবৈধভাৱে মোৰ দেশ তোমালোকে শাসন কৰি আছা । শাসনৰ নামত, তোমালোকে চলোৱা অত্যাচাৰত আমি জৰ্জৰিত, সেয়ে তোমালোকক আমাৰ দেশৰ পৰা বাহিৰ কৰি দিবলৈ কৰা আমাৰ এই সংগ্ৰাম।"

"সেয়া অবৈধ ।"

"তোমালোকৰ বাঁবেহে, আমাৰ বাবে নহয় ।"

"কিন্তু ।নাই ইয়াৰ লগত তৰ্ক কৰি লাভ নাই ।ইয়াক পুনৰাই ফাঁচিত ওলোমাই দিয়া ।"

"লাভ নহ'ব।" তোমালোকে মোক হত্যা কৰিব নোৱাৰা । কিয়নো মই দেশদ্ৰোহী নহয় ।"

এখন বিশাল নৈ । সৰু-বৰ নাৱত উঠি হেজাৰ হেজাৰ লোক, ল'ৰা-বুঢ়া, মুনিহ-তিৰোতা ইপাৰৰ পৰা সিপাৰলৈ পলাই যাবলৈ ধৰিছে, সেনাবাহিনীৰ গুলীকো আওকাণ কৰি ।

হাবিৰ মাজত নায়ক আৰু তেওঁৰ প্ৰেমিকা সংগমৰত । কিছুসময়ৰ পিছতে তেওঁ উঠি বহিল । লাহে লাহে ক'লে – "মই যাব লাগিব ।"

"আৰু এখন্তেক ৰোৱা, ৰাতিপুৱাবই"– প্ৰেমিকাই ক'লে ।

"নহয় ৰাতিৰ এন্ধাৰতে মই নৈখন পাৰ হ'বই লাগিব । শত্ৰু অধিকৃত অঞ্চল আমি মুক্ত কৰিবই লাগিব । সেয়ে" — প্ৰেমিকাৰ কৰুণ চাৱনি । তথাপি তাই প্ৰেমিকক দেশৰ হকে বিষাদৰ হাঁহিৰেই বিদায় দিলে ।

যুদ্ধ চলিছে মুক্তিবাহিনী আৰু জাপানী সৈন্যৰ মাজত । দুয়োপিনৰ আহত আৰু নিহতসকলৰ কৰুণ আৰ্তনাদ । ৰাতিপুৱা সকলো শান্ত ।

গাঁৱৰ ঘৰে ঘৰে সেনাবাহিনীৰ লোকে বিচাৰি ফুৰিছে মুক্তিবাহিনীৰ স্বেচ্ছাসেৱক-সকলক । লুটি নিছে ঘৰত থকা খাদ্যবস্তু, ধন-সোণ সকলো । সঁকীয়াই দিছে সেনাবাহিনীৰ লগত সহযোগ নকৰিলে পুনৰ সিহঁত আহিব ।

হাবিৰ মাজত প্ৰেমিকাৰ স'তে নায়ক ।সিহঁতে যেন সপোন দেখিছে — অতীতৰ শান্ত পৰিবেশ ।গাঁৱৰ মানুহবোৰ নিজৰ নিজৰ কামত ব্যস্ত । খেতি পথাৰবোৰ শস্যৰে ভৰি পৰিছে । শস্য চপোৱাৰ পিছত নাচ গান চলিছে । চলিছে আনন্দ উৎসৱ । জন্ম, মৃত্যু, বিবাহৰ, হাঁহি আৰু কান্দোনৰ যুগ যুগ ধৰি চলি অহা নীতি-নিয়মবোৰ । 'আমি আমাৰ দেশক মুক্ত কৰিব লাগিব ।পুনৰ দেশত শান্তি বিৰাজ কৰিব লাগিব' — নায়কে যেন উজ্জ্বল ভৱিষ্যতৰ সপোন দেখে ।

গুলীয়াগুলী চলিছে । বিদেশী সৈন্যবোৰ আগবাঢ়ি আছে । সৈন্যবাহিনীৰ কামাণ্ডাৰজনে মাইকত কয় ....."তোমালোকক চাৰিওপিনৰ পৰা ঘেৰি ৰখা হৈছে । তোমালোকে যদি প্ৰাণ বচাব খোজা আত্মসমৰ্পণ কৰা ।"

প্ৰত্যুত্তৰত আহিছে গুলী ।কিন্তু পৰিস্থিতি মুক্তি বাহিনীৰ অনুকূলে নহয় । নায়কে লগৰ কেইজনক পলাই যাবলৈ কয় । তেওঁলোক কিন্তু নিৰ্বিকাৰ ।

"মই আহত ।এনেয়ো মই তোমালোকৰ লগত পলাই যাব নোৱাৰোঁ ।গতিকে তোমালোক নৈ পাৰ হৈ যোৱা । মই যিমান পাৰো ইহঁতক ইয়াতে ব্যস্ত ৰাখিম "। নায়কৰ কথাত প্ৰথমতে লগৰ কেইজনে গুৰুত্ব দিব খোজা নাছিল , কিন্তু দেশৰ স্বাৰ্থত, দহৰ স্বাৰ্থত সিহঁত পিচহুহকি যাবলৈ বাধ্য হ'ল ।নায়কে অকলেই সেনাবাহিনীৰ লগত যুঁজ দি যিমান পাৰে সিহঁতক ব্যস্ত ৰাখিলে যাতে তেওঁৰ লগৰসকলে নিৰাপদ ঠাইলৈ পলাই যাব পাৰে । নিৰ্বিঘ্নে, পুনৰ যুঁজিবৰ কাৰণে নতুন উৎসাহেৰে ।

আহত নায়ক শত্ৰুৰ হাতত বন্দী হ'ল । বিচাৰত নায়কে চিঞৰি চিঞৰি ক'লে -- তোমালোকে মোক হত্যা কৰিব নোৱাৰা । কাৰণ তোমালোকে নিজৰ দেশৰ হকে যুদ্ধ কৰাৰ দৰেই ময়ো মোৰ নিজৰ দেশৰ হকে যুঁজিছোঁ ।মই যদি দেশদ্ৰোহী তোমালোকো দেশদ্ৰোহী । মই যদি হত্যাকাৰী তোমালোকো হত্যাকাৰী ।গতিকে মোক ফাঁচি দিলে তোমালোককো ফাঁচি দিয়া হ'ব । তোমালোকে শাসনৰ গাদিত বহি মোক ফাঁচি দিলে সময়ে তোমালোককো ফাঁচি দিব । মোতকৈ তোমালোকৰ দেশপ্ৰেম কোনোগুণে বেছি হ'ব নোৱাৰে ।"

ফাঁচি দিয়া দৃশ্যৰ পুনৰাবৃত্তি হৈ থাকিল বাৰে বাৰে ।



# “গ’ল্ড ফিছ”

পাঁচটা নে ছটা অস্কাৰ পুৰস্কাৰ পোৱা চুটি ছবি ‘গ’ল্ড ফিছ’ অৰ্থাৎ ‘সোণালী মাছ’ । এই ছবিখনে প্ৰমাণ কৰি দিছে যে চলচ্চিত্ৰৰ নিজস্ব ভাষা (সংলাপ নহয়) আৰু ব্যাকৰণৰ ওপৰত দক্ষতা থকা পৰিচালকৰ বাবে চলচ্চিত্ৰ নিৰ্মাণৰ বাবে সংলাপ নাইবা অভিনেতা-অভিনেত্ৰীৰ প্ৰাধান্য সিমানখিনিহে যিমানখিনি পৰিচালকজনে প্ৰয়োজন বুলি ভাৱে । অভিনেতা-অভিনেত্ৰীৰ অভিনয় থকা দৃশ্যতকৈ পৰিচালকৰ চাহিদা অনুযায়ী চিত্ৰগ্ৰহণ কৰা শ্বটবোৰৰ যথাযথ সম্পাদনা আৱহসঙ্গীত আৰু অন্যান্য শব্দৰ সহায়েৰে বক্তব্যটো দাঙি ধৰা, সহজ-সৰলভাৱে নিয়াৰিকৈ ক’ব পৰা আৰু এই সকলোবোৰ দিশত পৰিচালকৰ নিজৰ দখলৰ ওপৰতহে ছবিখনৰ সফলতা নিৰ্ভৰ কৰে ।

এই ছবিৰ মূল ছৰিত্ৰ হ’ল চাৰিটা । সাত-আঠ বছৰীয়া মৰম লগা এটা সৰু ল’ৰা, ক’লা মেকুৰী এটা, বুলবুলি চৰাইটো আৰু গ’ল্ডফিছ অৰ্থাৎ সোণালী মাছটো (সোণালী মাছ আমি সৰুতে দেখা ভকুৱা পুঠি, কাৰৈ মাছৰ সমান ডাঙৰ । গোটেই গাটো সোণালী ৰঙৰ আৰু বুকুৰ পিনে অলপ বগা ।

ছবিৰ আৰম্ভণিতে আমি দেখো এখন বিৰাট মেলা । বিভিন্ন মানুহ আৰু দোকান পোহাৰ, খেলা-ধূলাৰ মাজত আমি দেখিবলৈ পাওঁ সৰু ল’ৰা এটা ইফালে সিফালে চাইছে, কিন্তু একোৱে তাৰ মন আকৰ্ষণ কৰিব পৰা নাই । গীত-বাদ্য আৰু মেলাৰ বিভিন্ন শব্দৰ লগতে আৱহ সঙ্গীত শুনিবলৈ পাওঁ এই দৃশ্যবোৰৰ লগতে । এটা সময়ত এজন ক্ৰুৰ ব্যক্তিৰ আবিৰ্ভাব হয় । দীঘল ডঢ়ীয়া, মুখাপিন্ধা মানুহৰ দৰে তেওঁৰ মুখ ...... দেখিবলৈ ভয় লাগে ।

বিভিন্ন বিপনিৰ সন্মুখত মানুহৰ ভিৰ । এখন দোকানত কেৱল একুৰিয়াম (ডাঙৰ ডাঙৰ আয়নাৰ পাত্ৰ য’ত সৰু সৰু মাছ ৰখা হয় — ড্ৰইংৰূমত সজাবৰ বাবে ।) ইয়াতো মানুহৰ ভিৰ । বিভিন্ন ৰঙৰ বিভিন্ন আকৃতিৰ মাছ পচন্দ কৰি কিনিছে মানুহবোৰে । দোকানী ল’ৰাবোৰে গ্ৰাহকৰ চাহিদা অনুযায়ী মাছ ধৰিছে সৰু সৰু জালেৰে আৰু প্লাষ্টিকৰ

বেগত পানী ভৰাই তাত এৰি দি গ্ৰাহকক দিছে । আমাৰ ছবিৰ নায়ক সৰু ল'ৰাটো আহি এটা একুৰিয়ামৰ সন্মুখত ৰ'ল । একুৰিয়ামৰ পানীত অন্যান্য মাছৰ লগতে এটা সোণালী মাছ । ল'ৰাজনে তাৰ হাতখন আয়নাৰ পাত্ৰত লগাই দিলে । সোণালী মাছটোৱে লাহে লাহে আগবাঢ়ি আহি সৰু হাতখন থকা ঠাইখিনিৰ আয়নাৰ সিপিনে চুমা খালে । ল'ৰাটোৱে হাঁহিলে, মাছটোৰো যেন আনন্দ লাগিল । একুৰিয়ামৰ পানীত সাঁতুৰি সাঁতুৰি বাৰে বাৰে ল'ৰাটোৰ ওচৰ চাপি আহি যেন তাৰ লগত খেলিবলৈ ধৰিলে । ল'ৰাটোৱে তাৰ গালখন আয়নাত লগাই দিলে — মাছটোৱে আহি চুমা খালে, ল'ৰাটোৱেও ওঁঠ দুটা লগাই দিলে একুৰিয়ামৰ আয়নাত । হঠাৎ আনন্দৰ সঙ্গীত নোহোৱা হ'ল, ভয়াবহ সঙ্গীত বাজি উঠিল । সেই ভয়াবহ মুখৰ ডঢ়ীয়া মানুহজনক একুৰিয়ামটোৰ কাষত দেখা গ'ল । সোণালী মাছটো ভয়তে গৈ পানীৰ তলৰ গছ পাতৰ আঁৰত লুকাই থাকিল । মানুহজনে ইংগিতেৰে দেখুৱাই দিলে দোকানী ল'ৰা এজনক, সোণালী মাছটো তেওঁক লাগে । দোকানী লৰাটোৱে সৰু জালখনেৰে সোণালী মাছটো ধৰিবলৈ চেষ্টা কৰে, কিন্তু মাছটো বাৰে বাৰে জালৰ পৰা ওলাই যায় আৰু ধৰা নপৰিবলৈ প্ৰাণপনে চেষ্টা কৰে আৰু ইফালৰ পৰা সিফাললৈ খৰধৰকৈ সাঁতুৰি পলায় । বহু চেষ্টা কৰিও সোণালী মাছটো ধৰিব পৰা নগ'ল । ক্ৰুৰ মানুহজন নিৰাশ হৈ আঁতৰি গ'ল ।

সোণালী মাছটো ল'ৰাটোৱে কিনিব খোজে, কিন্তু মাছটোৰ যিমান দাম সিমান পইচা তাৰ হাতত নাই । বহু সময় সি দোকানী ল'ৰাটোক অনুনয় বিনয় কৰি হাতৰ পইচাখিনি একুৰিয়ামৰ ওপৰত থয় । দোকানীয়ে কিনো ভাবি জানো জালখন পানীত বুৰাই দিলে আৰু লগে লগে খৰধৰকৈ আহি সোণালী মাছটো জালত সোমাই পৰিল । প্লাষ্টিকৰ বেগত পানী ভৰাই সোণালী মাছটো তাতে দি ল'ৰাটোক দিলে । ল'ৰাটোৰ কি আনন্দ । নাচি নাচি সি মেলাৰ মাজেৰে যাবলৈ ধৰিলে। ক্ৰুৰ মানুহজনৰ সন্মুখা-সন্মুখি হৈ ল'ৰাটোৱে ভয় খালে, সোণালী মাছো চুপচাপ ৰৈ থাকিল । মাছ, ল'ৰা, ক্ৰুৰ মানুহ আৰু ক'লা এটা মেকুৰী । ক'লা মেকুৰী আৰু ক্ৰুৰ মানুহজন যেন একেটা চৰিত্ৰ । সম্পাদনা আৰু আবহ সঙ্গীতৰ যথাযথ প্ৰয়োগেৰে আমাক কথাখিনি বুজাই দিলে পৰিচালকে ।

আলিবাটেৰে ল'ৰাটো আগবাঢ়ি গৈ আছে হাতত প্লাষ্টিকৰ বেগ, বেগৰ ভিতৰত সোণালী মাছটো । দূৰৈত দেখা যায় ক্ৰুৰ লোকজন আৰু ক'লা মেকুৰীটো । প্ৰধান পথ এৰি ল'ৰাটো এটা গলি পথেৰে আগবাঢ়ি আহিল । ছয়মহলীয়া শাৰী শাৰী ঘৰবোৰৰ এটা ঘৰৰ সন্মুখত থিয় হৈ ঘূৰি চালে, দূৰৈত ৰৈ আছে ক'লা মেকুৰীটো, ভয় লগা তাৰ চকু দুটা ।

চিৰি বগাই বগাই ল'ৰাটো তিনি মহলা পালেহি । এটা ফ্লেটৰ সন্মুখত বৈ জেপৰ পৰা চাবি উলিয়াই দুৱাৰ খুলি ভিতৰত সোমাই গ'ল ল'ৰাটো । আধুনিক মধ্যবিত্ত

পৰিয়ালৰ ঘৰ । খোৱা মেজৰ ওপৰত চৰাই বাহটোৰ পৰা বুলবুলি চৰাইটোৱে সুহুৰিয়াই সুহুৰিয়াই যেন সম্ভাষণ জনালে ল'ৰাটোক আৰু লগতে নৱাগত সোণালী মাছটোক । ল'ৰাটোৱে আয়নাৰ জগ এটাত পানী লৈ বেগৰ পৰা মাছটো তাতে এৰি দিলে । বুলবুলি চৰাইটোৱে আৰু বেছি আনন্দ পালে । মাছ, চৰাই আৰু ল'ৰাটো তিনিওৰে আনন্দৰ সীমা নাই । ল'ৰাটোৱে পিয়ানো বজালে, বুলবুলিয়ে বাহটোৰ ভিতৰতে সুহুৰিয়ালে, পানীত বুৰবুৰণি তুলিলে সোণালী মাছে ।

ল'ৰাটোৱে বুলবুলি চৰাইটোক দানা আৰু অলপ পানী দিলে । কিন্তু মাছটোক খাবলৈ কি দিয়ে ? খোৱা মেজত তাৰ বাবে সজাই থোৱা খোৱা বস্তুবোৰ ঢাকনি দাঙি দাঙি চালে, নাই মাছটোক দিবলৈ ঘৰত একো নাই । সি পইচা সাচি থোৱা 'পিগিবেগ'ৰ পৰা পইচাবোৰ উলিয়াই ললে । জগটোত আঙুলিটো লগাই দিয়াত সোণালী মাছে চুমা খাই যেন বিদায় দিলে । ল'ৰাটোৱে চৰাইটোৰ পিনে চালে, যেন কৈ গ'ল তহঁত ভালদৰে থাকিবি । মই মাছৰ বাবে খানা লৈ আহোঁ ।

চিৰিৰে দৌৰি দৌৰি আহি ল'ৰাটো গলি পথেৰে গৈ থাকিল । ঘৰৰ ভিতৰত চৰাইটোৱে সুহুৰিয়াই সুহুৰিয়াই দুলিছে, মাছটোৱেও সুহুৰিৰ তালে তালে পানীত নাচিবলৈ ধৰিলে, নাচ আৰু সুহুৰিয়ে লাহে লাহে দ্ৰুত লয় পালে । সোণালী মাছে নাচি নাচি মাজে মাজে পানীৰ পৰা জঁপিয়াই ওপৰলৈ উঠিবলৈ ধৰিলে, শূন্যতে ঘূৰি ঘূৰি পুনৰ পানীত পৰি নাচে । ল'ৰাটো মাচৰ খোৱা লৈ দোকানৰ পৰা ওলাই আহিল ।

নাচ এতিয়া দ্ৰুত লয়ত, যেন এখন বেলে নৃত্যহে । বুলবুলিৰ দোলনি আৰু সোণালী মাছে বুৰবুৰণি তুলি নাচি থাকোতে এবাৰ মাছটো খোৱা মেজৰ ওপৰত পৰিল। স্তব্ধ হ'ল গীত, নাচ, সুহুৰি, দোলনি । চটফটাবলৈ ধৰিলে সোণালী মাছটোৱে আৰু এইদৰে চটফটাই থাকোতে এবাৰ মেজৰ পৰা তলত পৰি গ'ল মাছটো । আৰহ সঙ্গীত সলনি হ'ল । আনন্দৰ সঙ্গীত ভয়াবহ সঙ্গীতলৈ ৰূপান্তৰিত হ'ল আৰু খিড়িকিৰ কাষত দেখা গ'ল ভয়াবহ দুটা চকু, ক'লা মেকুৰীটোৰ চকু ।

মেকুৰীটো লাহে লাহে আগবাঢ়ি আহিল । চৰাইটোৱে ভাবিবলৈ ধৰিলে কি হ'ব এতিয়া ! মাছটো অসহায় । ভয়ে ভয়ে চাই আছে মেকুৰীটোলৈ । মেকুৰীটো আহি একেবাৰে মাছটোৰ কাষতে জঁপিয়াই পৰিল, সম্মুখৰ ঠেং এখনেৰে মাছটো চুই চালে, জঁপিয়াই উঠিল সোণালী মাছ । চৰাইটোৱে এবাৰ মাছটোলৈ আৰু এবাৰ বন্ধ দুৱাৰখনলৈ চালে- ল'ৰাটো যে ক'লৈ গ'ল।

বাটত খেলি খেলি লাহে লাহে আহি আছে ল'ৰাটো । বাটৰ কাষৰ দোকানবোৰত ৰখা বস্তুবোৰ চাই চাই মাজে মাজে বৈ গৈছে ।

খোৱাৰ আগেয়ে যেন মাছটোৰ লগত অলপ খেলি চাইছে মেকুৰীটোৱে, এবাৰ ঠেঙেৰে এবাৰ মুখেৰে মাছটো চুই দিয়ে, মাছটো জঁপিয়াই উঠে । চৰাইটোৱে অধীৰ

ভাবে ইফালে সিফালে চায় । এবাৰ মেকুৰীটোৱে মাছটো মুখত ভৰালে । চৰাইটোৱে এক বিকট চিঞৰ মাৰি বাহটোৰ ভিতৰত পাখি মাৰি ধপধপাবলৈ ধৰিলে । মেকুৰীটোৱে ভয় খাই মাছটো এৰি দিলে ।

'য়্যো য়্যো বেলুন' খেলি ল'ৰাটো বাটেৰে আহি আছে— সি জানো মেকুৰীটোৱে মাছটো খাই পেলোৱাৰ আগয়ে ঘৰ পাবহি ?

মাছটোক লৈ বিভিন্ন ধৰণে খেলি আছে মেকুৰীটোৱে, যেন একেবাৰতে শেষ কৰি দিয়াতকৈ লাহে লাহে মাছৰ জুতি লবলৈ বিচাৰিছে সি ।

মাছৰ লগত মেকুৰীৰ খেলা, অসহায় বুলবুলি চৰাই আৰু নিশ্চিন্ত মনে খেলি খেলি মাছৰ বাবে খোৱালৈ আহি থকা ল'ৰাটোৰ এই দৃশ্যবোৰ আবহসঙ্গীতৰ লগত এনেভাৱে সম্পাদনা কৰা হৈছে যে মাছটোক ল'ৰাটোৱে বচাব পাৰিব নে নোৱাৰে ভাবি দৰ্শকসকলৰ অৱশ হৈ পৰিব লগীয়া অৱস্থা ; এটা সময়ত মেকুৰীটোৱে যেন ঠিৰাং কৰিলে, নাই আৰু খেলি লাভ নাই, ইমান ধুনীয়া সোণালী মাছটো খাই থোৱাই ভাল । মুখখন মেলিছে মেকুৰীটোৱে । ল'ৰাটো চিৰিৰে আহি দ্বিতীয় মহলা পাইছেহি। চৰাইটোৱে ধপধপাই চিঞৰি চিঞৰি দুৱাৰৰ পিনে চাইছে, অসহায় মাছটো জঁপিয়াই ফুৰিছে । মেকুৰীটোৱে ঠেং এখনেৰে তাৰ ফিছাত ধৰিছে । ল'ৰাটো চিৰি বগাই আহি তৃতীয় মহলা পায়হি । মেকুৰীটোৱে মুখখন মেলি মাছটোৰ পিনে আগুৱাই নিছে — এই কামোৰ মাৰে আৰু । শব্দ কৰি দুৱাৰখন খুলি গ'ল । চৰাইটোৰ চিঞৰ বেছি হ'ল । চক খাই মেকুৰীটো একে জঁাপে খিৰিকিত উঠিল । দৌৰি গৈ ল'ৰাটোৱে মাটিত পৰি থকা মাছটো তুলি আনি জগটোৰ পানীত এৰি দিলে ।

---

মাছ আৰু মেকুৰীৰ এই দৃশ্যটোৰ দৃশ্যগ্ৰহণৰ সময়ত হেনো তিনিশটাৰো অধিক সোণালী মাছৰ প্ৰয়োজন হৈছিল । কিয়নো মেকুৰীটোৱে হেনো প্ৰতিটো দৃশ্যগ্ৰহণৰ সময়ত মাছবোৰ খাই পেলাইছিল ।



# "দি ৰয়েল গেম"

দ্বিতীয় মহাযুদ্ধৰ পিছত পৃথিৱীৰ বিভিন্ন দেশত বিশেষকৈ যুদ্ধৰ দ্বাৰা বেয়াকৈ ক্ষতিগ্ৰস্ত হোৱা দেশবোৰত যুদ্ধৰ বিভীষিকাৰ বিষয়ে বহুতো ছবি নির্মিত হ'ল। হলিউড আৰু লণ্ডনৰ বাহিৰে ইটালী, জাৰ্মেনী, ফ্ৰান্স, চীন, জাপান, ৰুছিয়া, যুগোশ্লাভিয়া আদি দেশে বহু ছবি নির্মাণ কৰিলে – যুদ্ধ, যুদ্ধৰ ভয়াবহতা, যুদ্ধৰ পিছত দেখা দিয়া সামাজিক সমস্যাবোৰক বিষয়বস্তু হিচাপে লৈ ।

লংগেষ্ট ডে, ফেয়াৰৱেল টু আৰ্মছ, ব্ৰীজ অন দি ৰিভাৰ কোৱাই, বেলাড অব এ চলজাৰ, ক্ৰেনছ আৰ ফ্লাইং, নাইনথ্ চাৰ্কল, দি ষ্টাৰ, ডায়েৰী অব এনিফ্ৰেঙ্ক, দি ৰয়েল গেম আদি কেইখনমান ছবিৰ কথাহে আজিও মনত পৰে । যুদ্ধৰ পটভূমিত নির্মাণ কৰা শ শ ছবিৰ ভিতৰত । তদুপৰি মনত পৰে হিৰোচিমা নামৰ পূৰ্ণদৈৰ্ঘ্যৰ তথ্যচিত্ৰ আৰু হিৰোচিমাৰ পটভূমিত তোলা ছবি "হিৰোচিমা মন আমৰ" ছবিখনৰ কথা ।

জাৰ্মেনীৰ নাৎছিসকলৰ ইহুদী নিধন যজ্ঞৰ ওপৰত তোলা বহু ছবিৰ ভিতৰত যুগোশ্লাভিয়াৰ "নাইনথ চাৰ্কল" জাৰ্মানীৰ "দি ষ্টাৰ", আমেৰিকাৰ "ডায়েৰী অব এনি ফ্ৰেঙ্ক" আৰু নাৎছি কনচেনট্ৰেচন কেম্পবোৰৰ বিষয়ে কৰা তথ্যচিত্ৰবোৰ কোনোদিন পাহৰিব পৰা নাযায় ।

"দি ৰয়েল গেম" নাৎছিসকলৰ অত্যাচাৰৰ অইন এক দিশত বাস্তৱসন্মতভাৱে লোৱা এখন উল্লেখযোগ্য ছবি । জাৰ্মেনীত নির্মিত এই ছবিৰো প্ৰয়োজক, পৰিচালকৰ নাম মনত নাই যদিও নায়কৰ ভূমিকাত অভিনয় কৰা কাৰ্ক জাৰ্গনৰ অপূৰ্ব অভিনয়ৰ বাবেই তেওঁৰ নামটো আজিও মনত আছে । নাৎছিসকলৰ লগত সহযোগ নকৰা জাৰ্মান প্ৰফেচৰ এজনৰ ওপৰত এক অভিনৱ পন্থাৰে অত্যাচাৰ চলাই কেনেকৈ তেওঁৰ মগজুৰ স্নায়বিক দুৰ্বলতা অনা হ'ল তাকেই এই ছবিত দেখুওৱা হৈছে ।

এইখিনিতে কৈ থোৱা ভাল যে দাবা খেলকে "ৰয়েল গেম" ৰাজকীয় খেল বুলি কোৱা হয় ।

ছবিৰ আৰম্ভণিতে দেখা যায় সাগৰৰ পাৰৰ জাহাজৰ বন্দৰ এটা । এখন যাত্ৰীবাহী

জাহাজত বন্দৰ এৰাৰ আগমুহূৰ্তৰ ব্যস্ততা । এজন প্ৰফেছাৰ জাতীয় গম্ভীৰ মানুহক পুলিচে লৈ আহিছে জাহাজেৰে ক'ৰবালৈ লৈ যাবলৈ । জাহাজত উঠি তেওঁলোকৰ নিৰ্দ্ধাৰিত কক্ষত বস্তুবাহানি থলে । কোঠাটোত দুখন বিছনা, এখনত ভদ্ৰলোকে বহি ললে । আনখন বিছনাত পুলিচ অফিচাৰজনে তেওঁৰ কেইপদমান বস্তু থলে, লগৰ পুলিচ কেইজনক বিদায় দি ভদ্ৰলোকৰ ওচৰলৈ আহি সুধিলে তেওঁ বাহিৰলৈ যাব নেকি ? ভদ্ৰলোকে নাযাওঁ বুলি কৈ বিছনাত বাগৰ দি ওপৰলৈ চাই থাকিল ।

অফিচাৰজনে বাহিৰলৈ ওলাই আহি ডেকত এখন চকীত বহিল । বিভিন্ন মানুহ, বেছিভাগেই যেন অৱসৰ বিনোদনৰ আনন্দত মতলীয়া ।

'বাৰ'ত দেখা গ'ল এজন মানুহক কেন্দ্ৰ কৰি কেইবাজনো মানুহ ব্যস্ত । অইন এঠাইত এখন টেবুলৰ চৌদিশে পাতি থোৱা চকীত বহি কেইজনমান লোকে আলোচনা কৰি আছে । তেওঁলোকৰ কথা-বতৰাৰ পৰা বুজিব পৰা যায়, দাবা খেলৰ বিশ্বখিতাপৰ বাবে তেওঁলোক গৈ আছে কোনো এঠাইলৈ । দীঘলীয়া উকি মাৰি জাহাজ এৰি দিলে, অথাই সমুদ্ৰলৈ জাহাজ গৈ আছে ।

নিশা, অফিচাৰৰ লগত ভদ্ৰলোক আহিল 'ডাইনিং' হললৈ । হলৰ এমূৰে 'বাৰ', এচুকত টেবুল-চেয়াৰ একত্ৰিত কৰি বহুতো মানুহে বহি চাই আছে, এখন টেবুলত চলি থকা দাবা খেল এখন । ভদ্ৰলোক লাহে লাহে ওচৰ চাপি আহিল, দাবাখেলৰ চাল এটা দিলে এজন খেলুৱৈয়ে । বেল বজাই দিলে । 'বাৰ'ত মদ খাই থকা খেলুৱৈজন লগৰ দুই তিনিজন লোকৰ লগত আহি তেওঁৰ নিৰ্দিষ্ট ঠাইত বহিল আৰু গুটিবোৰলৈ চালে । তাৰ পিচত চাল এটা খেলিব খোজোতেই আমাৰ নায়ক ভদ্ৰলোকে এক প্ৰকাৰ চিঞৰিয়ে কৈ উঠিল ঃ 'নহয়, সেই ভুল নকৰিবা ।'

আটায়ে আচৰিত হৈ ভদ্ৰলোকৰ পিনে চালে ।

"তুমি জানা কাক তুমি দাবাখেলৰ চাল শিকাবলৈ আহিছা ' — এজনে একপ্ৰকাৰ খং কৰিয়ে সুধিলে ।

"নাজানো" ভদ্ৰলোকে ক'লে ।

"যোৱা তিনি বছৰে তেওঁ দাবা খেলৰ বিশ্ব চেম্পিয়ন ।"

"হ'ব পাৰে, কিন্তু তেওঁ ভুল কৰিছে বাবেহে কৈছোঁ ।"

"তুমি ?"

"মই - মই' ভদ্ৰলোক ঘামি গ'ল, তেওঁ নাজানে তেওঁৰ পৰিচয় । আটায়ে হাঁহি দিলে । এজনে ক'লে "নিজৰ পৰিচয় নাজানে ? নিশ্চয় পগলা হ'ব ।"

"নহয়" ভদ্ৰলোক গৰ্জি উঠিল । অফিচাৰজন ইতিমধ্যে আহি তেওঁলোকৰ ওচৰ পাইছিল । ক'লে — "এখেত প্ৰফেছাৰ জাৰ্গন" (চৰিত্ৰটোৰ আচল নামটো পাহৰিছো)

'জাৰ্গন' ? দাবাখেলৰ লগত এই নামটোতো কোনোদিনে শুনা নাই ।' এজনে

ক'লে, ওপৰাউপৰিকৈ অইন এজনে সুধিলে -- 'এখেত কেতিয়া বিশ্বচেম্পিয়ন আছিল ? যোৱা পঞ্চাশ বছৰৰ ভিতৰত নিশ্চয় নহয় ।"

এখেতে কোনোদিনে দাবা খেলৰ বিশ্বখিতাপ পোৱা নাই, যোৱা বিশ্ব যুদ্ধৰ সময়ত বিখ্যাত বৈজ্ঞানিক পণ্ডিত প্ৰফেছৰ জাৰ্গনৰ নামটো নিশ্চয় কাকতে-পত্ৰে পঢ়া আপোনালোকৰ মনত পৰে ।' অফিচাৰে কলে ।

'প্ৰফেচাৰেই হওক বা বৈজ্ঞানিকে পণ্ডিতেই হওক, মই আপোনাক মোৰ লগত দাবা খেলিবলৈ প্ৰত্যাহ্বান জনালো' — দাবা খেলখনৰ চেম্পিয়নজনে অলপ খং কৰিয়েই কথাষাৰ ক'লে । আটায়ে হাত চাপৰি বজাই চেম্পিয়নজনক সমৰ্থন কৰিলে ।

'— আহক প্ৰফেছাৰ, প্ৰত্যাহ্বান গ্ৰহণ কৰক ।"

"আপুনি কিয় সময় নষ্ট কৰিব খুজিছে মহাশয়, তেখেত প্ৰফেছাৰহে, দাবা খেলৰ কোনো খিতাপধাৰী খেলুৱৈতো নহয় ।' বিশ্বখিতাপৰ বাবে খেল আয়োজন কৰা সমিতিৰ সদস্য এজনে ক'লে । প্ৰফেছাৰ জৰ্গনে তেওঁক লৈ বিভিন্নজনৰ মাজত হোৱা বিতৰ্কৰ কথাবোৰ শুনি আছে । হঠাতে কৈ উঠিল -- "মই এই প্ৰত্যাহ্বান গ্ৰহণ কৰিছোঁ ।'

'— প্ৰফেছাৰ আপুনি — ? তেখেত এজন বিশ্বচেম্পিয়ন, যোৱা তিনিবছৰত কোনেও তেখেতক হৰুৱাব পৰা নাই' -- অফিচাৰজনৰ কথাখিনি শেষ কৰিবলৈ নিদিলে প্ৰফেছৰ জাৰ্গনে, ক'লে – "কোনে জানে, হয়তো মই হৰুৱাব পাৰিম ।"

খেল আৰম্ভ হ'ল । দৰ্শকসকলৰ মাজত এক বিতৰ্কৰ সৃষ্টি হ'ল । কোনোৱে ক'লে 'এয়া ল'ৰা ধেমালি হ'ব, দাবা খেল নহয় । কোনোৱে আকৌ ক'লে "প্ৰফেছাৰে ইমান দৃঢ়তাৰে প্ৰত্যাহ্বান গ্ৰহণ কৰিছে যেতিয়া নিশ্চয় এই খেল সম্বন্ধে তেওঁৰ কিছু জ্ঞান আছে ।"

বেল বাজিল, ঘড়ীটোৰ কাঁটা আগবাঢ়িব ধৰিলে । চেম্পিয়নজনে চাল এটা দিলে, উঠি গৈ 'বাৰ'ৰ ওচৰ চাপি একপেগ হুইস্কি দিবলৈ ক'লে । এঢোক হুইস্কি খাবলৈ ধৰোতেই প্ৰফেচাৰে চাল চলাই বেল বজাই তেওঁক মাতিলে । গিলাচটো হাতত লৈয়ে তেওঁ খেলৰ টেবুললৈ আহিল । গুটিবোৰলৈ চালে, চিন্তা কৰিলে, ঘড়ীৰ কাঁটা ঘূৰি আছে । নিৰ্দ্ধাৰিত সময় পাৰ হোৱাৰ আগেয়েই তেওঁ গুটি এটা আগবাঢ়াই দিলে আৰু একেসময়তে প্ৰফেছাৰে অলপো সময় নষ্ট নকৰি তেওঁৰ চাল চলাই দিলে । দৰ্শকৰ মাজত গুঞ্জন শুনা গল, আটয়ে আচৰিত হ'ল । চেম্পিয়নজনে বহু সময় চিন্তা কৰিলে, দিওঁ নিদিওঁকৈ ঘোঁৰাটো আগুৱাই দি ঘড়ীটো চলাই দিলে । টিক্ টিক্ শব্দ কৰি ঘড়ীৰ কাঁটা আগবাঢ়িল । চেম্পিয়জনে অৱজ্ঞাৰে প্ৰফেছাৰলৈ চালে, তাৰ পিছত উঠি বাৰৰ পিনে যাবলৈ ধৰোতেই প্ৰফেছাৰে তেওঁৰ চালটো চলাই দি বেল বজাই দিলে । চেম্পিয়ন আচৰিত হ'ল, আচৰিত হ'ল দৰ্শকবৃন্দ । দাবাখেলৰ চাল ইমান কম সময়ৰ ভিতৰতে সাধাৰণতে দিয়া দেখা নাযায় । দাবাখেলৰ এক অসাধাৰণ খেলুৱৈ হ'ব লাগিব প্ৰফেছাৰ

— যি বিশ্বচেম্পিয়নকো পানী খুৱাই দিছে ।

চেম্পিয়নে খেলৰ গুটিবোৰ বহুসময় নিৰীক্ষণ কৰিলে, হুইস্কিখিনি একেবাৰতে মুখত ঢালি দিলে । গুটি এটা আগবঢ়াই দি পুনৰ আগৰ ঠাইলৈ লৈ আহিল । প্ৰফেছাৰৰ মুখত ঈষৎ হাঁহি । চেম্পিয়নে গুটি আগবঢ়ালে ।

"মই জানো ; ইয়াৰ বাহিৰে তোমাৰ আৰু অইন কোনো উপায় নাই ।' — প্ৰফেছাৰে গহীন গম্ভীৰ স্বৰত কথাখিনি ক'লে, চাল এটা দিলে । তাৰ পিছত প্ৰফেচাৰ থিয় হ'ল, "তোমাৰ ৰজাক বচাবৰ কাৰণে মই গোটেই ৰাতিটো সময় দিলো, চিন্তা কৰিবলৈ । তুমি তোমাৰ বন্ধু-বান্ধৱৰ লগতো আলোচনা কৰিব পাৰা । কাইলৈ ৰাতিপুৱা পুনৰ লগ পাম । এতিয়া অনুগ্ৰহ কৰি মোক ক্ষমা কৰিবা, মই ভাত খাই শুই থাকিম ।

আটাইকে অবাক কৰি দি প্ৰফেছাৰ তেওঁৰ নিজৰ কেবিনৰ পিনে গৈ থাকিল ।

*　　*　　*　　*

নাৎচি সেনাধ্যক্ষজনৰ লগত প্ৰফেছৰ জাৰ্গনৰ বহু সময় ধৰি তৰ্ক-বিতৰ্ক চলিল । এটা সময়ত প্ৰফেছৰে দৃঢ়তাৰে কৈ উঠিল ঃ বিজ্ঞান মানুহৰ কল্যাণৰ কাৰণে । ধ্বংসৰ বাবে নহয় । আপোনালোকে মোক যিহকে নকৰক মই মোৰ সিদ্ধান্ত সলনি নকৰোঁ ।"

'—বেছ, চাম কেনেকৈ আপোনাৰ পৰা আমি আমাৰ প্ৰাপ্য আদায় কৰিব পাৰোঁ ।' — সেনাধ্যক্ষই গম্ভীৰ সুৰত কথাখিনি কৈ বেলটো বজাই দিলে । দুজন সৈন্য দুৱাৰ খুলি ভিতৰলৈ সোমাই আহিল, চেলাম দিলে । সেনাধ্যক্ষই ক'লে — "প্ৰফেছাৰক আমাৰ অতিথিশালালৈ লৈ যোৱা ।"

কৰিডৰেৰে প্ৰফেচাৰক লৈ সৈন্য দুজন জীপত উঠিলেহি, জীপ চলি গ'ল । সৈন্য ছাউনীটোৰ মাজেৰে জীপ আহি ঘৰ এটাৰ সন্মুখত ৰ'ল । জীপৰ পৰা সকলো নামিল । কামাণ্ডাৰৰ কোঠাটোত সোমাই সৈন্য দুজনে ছেলাম দি লগত অনা ফাইলটো টেবুলৰ ওপৰত থলে । প্ৰফেছাৰৰ পিনে বহু সময় চাই থাকি কামাণ্ডাৰে ফাইলটোৰ কাগজবোৰ পঢ়ি গ'ল ।

১০ × ১২ ফুট আয়তনৰ কোঠা এটাত প্ৰফেচাৰক সুমুৱাই দিলে দুজন সৈনিকে । ঘৰৰ ভিতৰত এখন বিছনা, লগত গাধোৱা ঘৰ, হাত-মুখ ধোৱা বেছিনটোৰ ওপৰত এটা পানীৰ নল, নলটোৰ পৰা টপ টপ শব্দ কৰি বেছিনটোত পানী পৰি আছে । ম্লান পোহৰৰ ইলেক্‌ট্ৰিক বাল্‌ব এটা কোঠাটোৰ বহু ওপৰত ওলমি আছে । ওপৰখন ক'লা ৰঙেৰে ৰঙোৱা । সৰু খিৰিকী এখন ৮ ফুটমান ওপৰত । প্ৰফেচাৰে বুজিলে তেওঁ নাৎছি নেতাসকলৰ লগত মাৰণাস্ত্ৰ তৈয়াৰ কৰিবলৈ সন্মত নোহোৱা বাবে তেওঁক জেলত দিয়া হৈছে । কিন্তু এয়া সচৰাচৰ দেখা ধৰণৰ জেল নহয় ।

কামাগুাৰৰ হেড কোৱাৰ্টাৰৰ ওচৰতে তেওঁক থাকিবলৈ দিয়া এই কোঠাটো ।

টেপটোৰ টপ টপ শব্দ, ক্ষীণ পোহৰৰ লাইটটো, প্ৰফেছাৰ বহি আছে বিছনাৰ ওপৰত । আমনি লগা সময়বোৰ । লেবৰেটৰীত উশাহ লবলৈ সময় নোপোৱা ব্যস্ত প্ৰফেছাৰ, আৰু এতিয়া অফুৰন্ত সময় ।

প্ৰচণ্ড শব্দেৰে দুৱাৰ খুলি গ'ল, সৈন্য এজনৰ লগত বাবুৰ্চি এজনে আহি তেওঁক খোৱা দি গ'ল । কিবা এটা সুধিব খোজোতেই প্ৰচণ্ড শব্দ কৰি দুৱাৰ বন্ধ হৈ গল । এইবোৰ মানুহনে মেচিন ? কোনো প্ৰকাশ ভংগী নাই, হাঁহি নাই, কথা নাই যেন শিলেৰে তৈয়াৰী একোটা মূৰ্তিহে । অনিচ্ছা সত্ত্বেও প্ৰফেচাৰে খোৱাখিনি লৰাচৰা কৰিলে, আধামানো খাব নোৱাৰিলে । টেপটোত হাত ধুবলৈ গৈ দেখে পানী বেছিকৈ নোলায় -- সেই এটোপ এটোপকৈয়ে মাথোন টপ টপ শব্দ কৰি যি পানী ওলায় । বন্ধও কৰিব নোৱাৰি টেপটো ।

বিছনাত বাগৰি শুবলৈ চেষ্টা কৰে প্ৰফেচাৰে, টেপটোৰ শব্দ চলি থাকে । প্ৰফেছাৰে এই আমনি লগা অসহনীয় শব্দটোৰ বাবে শুবলৈ নোৱাৰে । অকলশৰীয়া এই সৰু কোঠাটোত তেওঁ একো নকৰাকৈ কেনেকৈ থাকিব বাৰু ? গোটেই কোঠাটো তেওঁ পিট-পিটকৈ চাই কিবা এটা বিচাৰে, বিচাৰি একোকে নাপাই হতাশ হয় । ভাগৰি পৰে। তেওঁ পুনৰ বিছনাত বাগৰ দিয়ে ।

চিলমিলকৈ টোপনি আহিব খোজোতেই পুনৰ দুৱাৰ খোল খাই যায় । দুজন বন্দুকধাৰী সৈনিকৰ লগত অফিচাৰ এজনে কোঠাটোৰ ভিতৰলৈ সোমাই আহে । অফিচাৰজনে বেছ বন্ধুত্বপূৰ্ণ কথাৰে প্ৰফেচাৰক বুজনি দিয়ে, দেশৰ কাৰণে, শত্ৰু নিধনৰ বাবে তেওঁ সামৰিক শক্তিৰ লগত হাত মিলালে তেওঁ কিদৰে লাহবিলাসৰ জীৱন কটাব পাৰিব কয় । চিগাৰেট যাচি হাঁহি হাঁহি আফিচাৰজনে তেওঁক কৈ যায় -- "ৰাতিপুৱা মই আকৌ আহিম । আপোনাক মোৰ কেপ্টেইনৰ ওচৰলৈ লৈ যাম । মই কোৱা কথাবোৰ মনত ৰাখিব । মই আপোনাক সহায় কৰিবৰ কাৰণেই আগ্ৰহী ।"

"-- মোক এখন কিতাপ দিব নে ? যিকোনো কিতাপ । পঢ়া-শুনা কৰা মোৰ অভ্যাস, নহ'লে মোৰ টোপনি নাহে । দিনটো লেবৰেটৰীত কাম কৰাৰ পিছত মই মনটোক জিৰণি দিয়াৰ বাবে পঢ়ো ।' প্ৰফেছাৰে কৈ যায় -- 'কিন্তু ইয়াত কাম নাই, পঢ়া-শুনা কৰিবলৈ কোনো কিতাপ পত্ৰ নাই, কেৱল এই টেপটোৰ শব্দ ।'

'অ সেইটো, কাইলৈ ঠিক কৰি দিয়া হ'ব । মই কাইলৈ ৰাতিপুৱা আহোতে কিতাপ লৈ আহিম । আপুনি মাথোন মোৰ কথাখিনি চিন্তা কৰিব । সামৰিক শক্তিৰ লগত হাত মিলোৱাৰ কথাটো ভাবিব ।'

টপ টপ শব্দ আৰু প্ৰায় অন্ধকাৰ কোঠাটোত অকলশৰীয়া প্ৰফেছাৰে বিছনাত চটফটাই থাকে । এটা সময়ত উঠি বহে । বেৰত লগোৱা ৱাল পেপাৰবোৰলৈ চায় ।

বাতৰি কাকতবোৰকে বেৰত আঠা লগাই ৱালপেপাৰ হিচাপে ব্যৱহাৰ কৰা হৈছে। কিন্তু তাৰ ওপৰত চূণ দিয়া বাবে সম্মুখফালৰ আখৰবোৰ চিনিব নোৱাৰি। প্ৰফেছাৰে কাগজবোৰ একেবাৰেলৈ চেষ্টা কৰিলে, সৰু সৰু টকুৰা একোটা একেবাই আঠা লগোৱা পিনে থকা আখৰবোৰকে পঢ়িবলৈ চেষ্টা কৰে। কিন্তু অগাধ পাণ্ডিত্য থকা আৰু অধ্যয়নশীল ব্যক্তি এজনৰ জানো এনেদৰে অধ্যয়নৰ স্পৃহা গুচিব ?

টেপটো ঠিক কৰিবলৈ অহা মিস্ত্ৰীজনে টেপটো আৰু বেছি বেয়াহে কৰি গ'ল, শব্দটো আগতকৈ বেছি ডাঙৰকৈহে শুনা গ'ল। অফিচাৰজনৰ উপদেশ প্ৰফেছাৰে মানি লব নোৱাৰে বুলি স্পষ্টভাৱে জনাই দিলে। এনেকৈ দিনৰ পিছত দিন পাৰ হ'ল। এটা বন্ধ কোঠাত সুস্থ মস্তিষ্কৰ কৰ্মঠ পুৰুষ এজনক দিনৰ পিচত দিন মানসিক অশান্তি দিয়া হ'ল। প্ৰফেছাৰৰ অসহনীয় হৈ পৰিল।

কৰিডৰেৰে প্ৰফেছাৰক লৈ যোৱা হৈছে। প্ৰফেছাৰৰ মনৰ মাজত কেৱল টপ টপ শব্দ। এটা আহলবহল ঘৰত কেবাজনো উচ্চ পদস্থ বিষয়া বৈ আছে প্ৰফেছাৰৰ বাবে।

এটাৰ পিছত এটা প্ৰশ্ন কৰি গ'ল বিষয়াসকলে। প্ৰফেছাৰে কিছুমান প্ৰশ্নৰ উত্তৰ দিলে কিন্তু বেছিভাগ প্ৰশ্নই এৰাই গ'ল। এই জেৰা চলি থাকোতেই প্ৰফেছাৰে সুবিধা বুজি টেবুলৰ ওপৰত থকা কিতাপ এখন মনে মনে তেওঁৰ কোটৰ মোনাত ভৰাই থলে। টেপৰ টপ টপ শব্দ তেওঁৰ মনত চলি থাকিল। বহুসময়ৰ মূৰত প্ৰফেছাৰক তেওঁৰ সৰু কোঠাটোলৈ অনা হ'ল। টেপটোৰ শব্দটো আৰু বেছি ঘনকৈ শুনা গৈছে। প্ৰফেচাৰে বিতৃষ্ণাৰে সেইফালে চালে। তাৰ পিছত কিতাপখন মন পুতি পঢ়িবলৈ ধৰিলে। তেওঁ কিতাপখন ইমান মন দি অধ্যয়ন কৰিবলৈ ধৰিলে যে টেপৰ টপ টপ শব্দই এতিয়া আৰু তেওঁক আমনি নিদিয়া হ'ল।

কিতাপখন এবাৰতে পঢ়া শেষ কৰি বুকুৰ ওপৰত থৈ প্ৰফেছাৰ শুই পৰিছে। কিতাপখনৰ নাম "দি ৰয়েল গেম" — বিগত পঞ্চাশ বছৰে হোৱা দাবা খেলৰ বিশ্বখিতাপত বিভিন্ন বিশ্বচেম্পিয়নে কি কি চাল খেলি বিশ্বখিতাপ পাইছে তাৰ বিস্তৃত বিৱৰণ ছবিসহ এই কিতাপত দিয়া হৈছে।

কেতিয়াবা তেওঁৰ কোঠাত আৰু কেতিয়াবা তলৰ ডাঙৰ কোঠালৈ নি প্ৰফেচাৰক বাৰে বাৰে একেটা কথাকে কোৱা হৈছে। — তেওঁ যেন একেটা কথাকে শুনি শুনি হয় তেওঁ কৰ্তৃপক্ষই বিচৰা ধৰণে কাম কৰিবলৈ মান্তি হ'ব নহয় মানসিক ভাৰসাম্য হেৰুৱাই পেলাব। এদিন এনেকৈ প্ৰশ্ন কৰিবলৈ অফিছাৰৰ কোঠালৈ চিৰিৰে তললৈ আহি আছে প্ৰফেছ, তলৰ কোঠাটোৰ ফ্লৰখন ক'লা-বগা মাৰ্বলেৰে এখন দাবাখেলা বোৰ্ডৰ দৰে সজোৱা, তাত থকা অফিচাৰবোৰক দেখি প্ৰফেছাৰৰ এনে লাগিল যেন সেইবোৰ দাবাৰ গুটিহে। তেওঁ উদভ্ৰান্তৰ দৰে চিৰিৰে তললৈ নামি আহিল, অফিচাৰসকলক

তলৰ ক'লা-বগা মাৰ্বলৰ মাজত দাবাৰ গুটি সজোৱা দি সজাব ধৰিলে - চিঞৰি চিঞৰি ক'বলৈ ধৰিলে --, 'তোমাৰ স্থান ইয়াত নহয় নহয় ।' 'তুমি, তুমি তালৈ যোৱা' আদি বিভিন্ন কথা কৈ উদভ্ৰান্ত প্ৰফেছৰে দৌৰা দৌৰি কৰিব ধৰিলে ।

*                    *                    *                    *

জাহাজ আহি নিৰ্দিষ্ট বন্দৰত লাগিছে । যাত্ৰীসকল নামি যাবলৈ ব্যস্ত হৈ পৰিছে । অফিচাৰজনে প্ৰফেছাৰৰ বস্তুবোৰ বেগত ভৰোৱাত সহায় কৰিছে । অইন দুজনমান অফিচাৰ আহিছে প্ৰফেছাৰক আদৰণি জনাবলৈ, যুদ্ধৰ পিচত নতুন জাৰ্মানীৰ নতুন চৰকাৰে প্ৰফেছাৰ আৰোগ্য হোৱাটোকেই কামনা কৰে ।



# ‘দি ওৱাল’

‘দি ওৱাল’ প্ৰাচীৰ। তুৰস্কৰ বিদ্ৰোহী লেখক, ছবিনিৰ্মাতা ইলমাজ গুনেৰ পৰিচালিত এক বলিষ্ঠ ছবি। প্ৰায় পোন্ধৰ বিশখন ছবি গুনে নিৰ্মাণ কৰিছিল, বেছিভাগ ছবিয়ে তুৰস্ক চৰকাৰে নষ্ট কৰি পেলাইছে, মাত্ৰ ন’ দহখনমান ছবিহে তুৰস্কৰ বাহিৰত দেখুওৱা হৈছিল। উল্লেখযোগ্য যে গুনে কৰ্মময় জীৱনৰ বেছিভাগ সময় হয় নিজ দেশৰ ফাটেকত নাইবা ফাটেকৰ পৰা পলাই বিদেশত কটাইছিল, ছবি নিৰ্মাণ কৰিছিল নিজ দেশৰ দলিতজনৰ বিষয়ে, তেওঁৰ দেশৰ হেজাৰ হেজাৰ মুমূৰ্ষ ৰাজনৈতিক জেলবন্দীৰ দুৰৱস্থাৰ কথা, তেওঁৰ নিজৰ জেলজীৱনৰ অভিজ্ঞতাৰ কথা, পৃথিৱীৰ জনসাধাৰণক জনাবলৈ ‘দি ওৱাল’ তেওঁৰ শেষৰ পিনৰ ছবি। ছবিখন তেওঁৰ জেলজীৱনৰ অভিজ্ঞতাৰ এক আত্মজীৱনীমূলক দলিল যদিও এয়া কোনো এক ব্যক্তি নাইবা মাথোঁ কোনো এখন দেশৰ কাহিনী নহয়। এয়া যেন পৃথিৱীৰ যিকোনো দলিতজনৰ জীৱনৰ কাহিনী। পৃথিৱীৰ যিকোনো ফাটেকত বন্দীসকলে যি নৰক যন্ত্ৰণা ভোগ কৰিবলগীয়া হয় তাৰেই সত্য প্ৰকাশ, বাস্তৱ সৃষ্টিৰ চিত্ৰায়ন।

কোনো ৰাজনৈতিক দলৰ সভ্য নহলেও গুনে সদায় মুক্ত চিন্তাধাৰাত বিশ্বাসী ছাত্ৰসকলকে সমৰ্থন কৰি আহিছিল। কিন্তু চৰকাৰৰ দমননীতি আৰু ইব্ৰাহিম কায়াপাক্কাৰ নেতৃত্বত তুৰস্কত গা কৰি উঠা মাৰ্ক্সবাদী লেলিনবাদী কমিউনিষ্ট পাৰ্টিৰ সভ্যসকলক ‘দেখা মাত্ৰে গুলী’ কৰাৰ আদেশ দিয়াৰ বিৰোধিতা কৰি তেওঁ চৰকাৰৰ ৰোষত পৰিল। সশস্ত্ৰ সংগ্ৰামেৰে সমাজ পৰিৱৰ্তনত বিশ্বাসী কেইজনমান ছাত্ৰক লুকাই ৰখাৰ অপৰাধত গুনেৰ ফাটেক হ’ল। চেলিমিয়ে ফাটেকত থাকোতেই তেওঁ তেওঁৰ আত্মসমালোচনামূলক উপন্যাস ‘চেলিমিয়েৰ চিঠি’ লিখি উলিয়ায় আৰু প্ৰাচীৰ ‘দি ওৱাল’, তেওঁৰ এই উপন্যাসখনৰ আধাৰত নিৰ্মিত নহলেও প্ৰায় একেটা সুৰতে বন্ধা এক সৃষ্টি, প্ৰাচীৰখন যেন এই চেলিমিয়ে ফাটেকৰে প্ৰাচীৰ।

‘দি ওৱাল’ ছবিৰ কোনো গল্প নাইবা কেন্দ্ৰীয় চৰিত্ৰ নাই, নাই নায়ক নায়িকা। এখন ফাটেকৰ দৈনন্দিন জীৱনৰ ধৰা-বন্ধা ব্যৱস্থা, নিয়ম-কানুন পুৱাৰ পৰা ৰাতিলৈ

ঘটা বিভিন্ন দৃশ্য এক অনুকৰণীয় ভঙ্গীত এটাৰ পিচত এটাকৈ চকুৰ আগেৰে ভাঁহি গৈ থাকে । ছবিখন আগবঢ়াৰ লগে লগে দৰ্শকৰ শেষলৈ কি হয় উদ্বিগ্ন হৈ চাই থাকিব লগীয়া হয়, নিজৰ ওপৰতে খং উঠি আহে, পৃথিৱীত আজিও এনে বৰ্বৰোচিত ব্যৱস্থা চলি থকাৰ বাবে ।

ৰাতিপুৱা কয়দীবোৰক নম্বৰ দি মতা হয়, গণনা চলে । তাৰপিচত ভাগে ভাগে বিভিন্ন কামত যোৱা, কোৰ্টত বিচাৰৰ বাবে যোৱা, খবৰ লবলৈ অহা বন্ধু নাইবা আত্মীয়ৰ লগত নিৰ্দিষ্ট সময়ৰ ভিতৰতে কথা শেষ কৰা, ওৱাৰ্ডেনৰ হাতত মাৰ খোৱা, যেতিয়াই তেতিয়াই খানাতালাচী, বিভিন্ন মৰ্মান্তিক দৃশ্য ।

ফাটেকত পানীৰ অভাৱ, গতিকে গা ধোৱা, কাপোৰ ধোৱা, প্ৰায় নহয়েই, বেছিভাগৰে চুলি আৰু ছাল ওকণিৰ অত্যাচাৰত পীড়িত । পেটভৰাই খাবলৈ পোৱা নাযায়, যি খাবলৈ দিয়া হয় সেয়া প্ৰায় অখাদ্য, আপত্তি কৰিলেই অত্যাচাৰ উৎপীড়ন, ফাটেকৰ এই নিত্য প্ৰবাহমান দৃশ্যৰাজি এক দৰদী মনেৰে গুনে চিত্ৰায়িত কৰিছে, দৰ্শকৰ মন জগাই তুলিছে এক কৰুণ ৰসেৰে, সৃষ্টি হৈছে বিৰাট হাহাকাৰ, ভয়াবহ নৈশব্দ । এই নৰক যন্ত্ৰণাৰ মাজতে এগৰাকী নাৰীৰ প্ৰসৱবেদনাৰ দৃশ্য আৰু শেষত জন্ম হয় এক নৱজাত শিশুৰ । এই জন্মৰ লগতে আমি দেখিবলৈ পাওঁ মৃত্যুৰ অদৃশ্য হাত । এহাল যুৱক-যুৱতী, বিয়াৰ সাজ-পোছাক পিন্ধি হাতত ফুলৰ থোপা লৈ ৰৈ আছে মৃত্যুৰ বাবে, হত্যাৰ দায়ত অভিযুক্ত দুয়ো । বন্ধু-বান্ধৱে আনন্দ কৰিছে যুৱক-যুৱতীৰ লগত, নাচ-গান চলিছে । কিন্তু সেয়া ক্ষন্তেকীয়া — যুৱক-যুৱতীৰ হাতৰ ফুল সৰি যায়, ওলোমাই দিয়া হয় ফাঁচীকাঠত, চিঞৰি উঠে যুৱক-যুৱতী — 'আমি জীৱন বিচাৰো, মৃত্যু নহয়' কিন্তু ভয়াৰ্ত কয়দীসকলৰ অবাক নৈশব্দত লীন হৈ যায় সেই চিঞৰ । নাৰীৰ প্ৰসৱবেদনা দৃশ্য, শিশুৰ জন্মৰ দৃশ্য আৰু এই মৃত্যুৰ দৃশ্য এনে বাস্তৱসন্মত-ভাৱে চিত্ৰিত যে আমি পাহৰি যাওঁ আমি দৰ্শক আৰু এয়া আমাৰ সন্মুখত পৰ্দাত কাহিনীচিত্ৰ এখনৰ দৃশ্যহে । দৰ্শক পৰ্দাৰ চৰিত্ৰৰ লগত 'চেলিমিয়ে' ফাটেকৰ কয়দীবোৰৰ লগত মিলি যায়, একত্ৰিত হয়, ভাব হয় আমি আটায়ে বন্দী, নিষ্ঠুৰতাৰ বলি ।

এই ছবিৰ কেন্দ্ৰীয় চৰিত্ৰবোৰৰ মাজত আমি মিলিত হওঁ এদল অপৰাধপ্ৰৱণতাৰ বলি যুৱকৰ সতে । সমাজৰ পৰা বহিস্কৃত এই দুৰ্ভগীয়া যুৱকসকলৰো কিন্তু আছে ভোক পিয়াহ, আছে স্বপ্ন, চিন্তা, দুঃখ, আনন্দ নাইবা ভালপোৱা । সিহঁতে ভাবে যদি ইয়াতকৈ ভাল পৰিষ্কাৰ উন্নত কোনো এখন ফাটেক থাকিলহেঁতেন য'ত সপ্তাহত অন্ততঃ দুবাৰ ভালদৰে গাধোৱাৰ ব্যৱস্থা আছে, য'ত উৰহ-ওকণিৰ উপদ্ৰৱ নাই, য'ত বাতৰি কাকত, ৰেডিঅ' আৰু টেলিভিচনৰ ব্যৱস্থা আছে ।

যুৱকসকলে তেনে এখন ফাটেকলৈ স্থানান্তৰিত কৰিবৰ বাবে ওপৰ মহলালৈ আবেদন জনায় । সপোনদেখে ওপৰ মহলাত, তেওঁলোকৰ আবেদন বিবেচিত হৈছে ।

ওপৰ মহলাৰ নিৰ্দেশ আহিলেই তেওঁলোকক সেইখন ফাটেকলৈ নিয়া হ'ব ।

কিন্তু জেইলাৰে তেওঁলোকৰ আবেদন গ্ৰহণ কৰিলেও পিচমুহূৰ্ত্ততে সেইবোৰ ফালি পেলায়, ওৱাৰ্ডেনক নিৰ্দেশ দিয়ে এই কুবুদ্ধিৰ নেতা কোন জানি অত্যাচাৰ চলাবলৈ। যুৱকৰ দলটোৱে অধিৰ আগ্ৰহেৰে ৰৈ থাকে, আৰু এটা সময়ত ধৈৰ্য্যচ্যুত হৈ অন্য এক সপোন দেখে, সেয়া হ'ল দেৱাল বগাই যোৱাৰ । এই নতুন সপোন দেখাৰ সময়ছোৱাতে আৰু এটি নতুন ঘটনা ঘটে, তেওঁলোকৰ মাজৰ এজন যুৱক ওৱাৰ্ডেনৰ সমকামি কামলিপ্সাৰে বলি হয় । যুৱকইঁতে সিহঁতৰ বন্ধুক উপদেশ দিয়ে জেইলাৰৰ ওচৰত সেই ওৱাৰ্ডেনৰ বিৰুদ্ধে গোচৰ দিবলৈ । কিন্তু ওৱাৰ্ডেনৰ তৎপৰ নিষ্ঠুৰ ৰঙা দুচকু তেওঁৰ মনলৈ আহিলেই জেইলাৰৰ কোঠাৰ পৰা বাৰে বাৰে পিচ হুহকি আহে, ভোগে, ক্ষত-বিক্ষত হয় আত্মগ্লানিত, আৰু বন্ধুবৰ্গৰ উপহাস, তাচ্ছিল্য সহিব নোৱাৰি এদিন এক দুঃশাসহিক কাম কৰি পেলালে ।

এদিন, যুৱকসকলক লৈ যোৱা হ'ল ফাটেকৰ বাহিৰৰ নলাবোৰ পৰিষ্কাৰ কৰিবলৈ । অন্তৰ্দ্বন্দত দগ্ধ যুৱকে চাই থাকে সম্মুখৰ ৰাজপথলৈ আৰু এটা সময়ত সাহস দেখুওৱাৰ বাবে দৌৰ দিয়ে সেই সুদীৰ্ঘ ৰাজপথেৰে । পহৰাদাৰীয়ে গুলী চলায়, গুলীবিদ্ধ কাপুৰুষ যুৱক সাহসিকতাৰ প্ৰতীক হৈ ৰক্তাক্ত দেহেৰে ঢলি পৰে ৰাজপথত ।

ইয়াৰ পিছত যুৱক দলে আৰু অনাগত ভৱিষ্যতৰ আশাত ৰৈ থাকিব নোৱাৰে । ফাটেকৰ ভিতৰত আৰম্ভ হয় বিক্ষোভ । কৰ্তৃপক্ষইও এই বিক্ষোভৰ প্ৰত্যুত্তৰত লাঠি চালনা, কন্দুৱা গেছ, গুলী আদিৰে - কঠোৰ দমননীতিৰে যুৱক দলক শান্ত কৰে । তাৰ পিচত যুৱকসকলক কেইবাটাও ভাগত ভগাই বিভিন্ন জেললৈ পঠিয়াই দিলে ।

ট্ৰাকত যুৱকৰ দলটো নতুন উন্নতমানৰ ব্যৱস্থাৰ আশাৰে গৈ থাকে নতুন ফাটেকৰ পিনে । কিন্তু আৰম্ভণীতেই তেওঁলোকৰ আশা ভঙ্গ হয় । ফাটেকৰ প্ৰধান দ্বাৰত তেওঁলোকক সম্পূৰ্ণ নঙঠা কৰি খানাতালাচ কৰা হয়, যিটো আগৰ ফাটেকত নাছিল । এই নতুন ফাটেকৰ সকলোবোৰ ব্যৱস্থা আগতকৈ বেছি বেয়াহে ।

এজন যুৱক ফাটেকৰ পৰা পলাই যায়, কিন্তু কিছুদিনৰ পিচতে তেওঁ পুনৰ ফিৰি আহি ধৰা দিয়ে । দেৱালৰ ভিতৰত বন্ধুসকলক কয়হি বাহিৰৰ পৃথিৱীখন এখন বৃহৎ ফাটেক মাথোঁ, তাতো ইয়াৰ দৰেই চৌদিশ অন্ধকাৰ, উশাহত মৃত্যুৰ গোন্ধ । চৌদিশে অভাব, অনাটন, অবিশ্বাস আৰু এখন বৃহৎ দেৱালৰ মাজত যেন দেশৰ মুমূৰ্ষু জনতা ।

বিদেশত পলাতক অৱস্থাত নিৰ্মিত এই ছবিৰ প্ৰতিটো দৃশ্যতে কিন্তু 'চেলিমিয়েৰ' ফাটেকৰ হুবহু দৃশ্যপট । তথাপি ইলমাজ গুনে অতৃপ্ত, সেয়ে তেওঁৰ আত্মকথাত কৈছিল '— মই যদি স্বদেশলৈ ফিৰি যাব পাৰিলোহেঁতেন তেনেহলে বোধহয় আৰু বেছি ভাল

ছবি কৰিব পাৰিলোহেঁতেন ।'

তথাপি এই ছবি বক্তব্য আৰু চিত্ৰনাট্যৰ বাবেই গতিশীল ; ক'তো উজুটি নোখোৱাকৈ আমাক লৈ যায় ইয়াৰ পৰিণতিৰ পিনে, প্ৰতিজন দৰ্শকেই গোটেই ছবিখন ৰুদ্ধশ্বাসে চাই থাকে শেষলৈকে ।

১৯৮৫ চনত ইলমাজ গুনেৰ মৃত্যুৰ বাতৰিয়ে পৃথিৱীৰ বাতৰি কাকতত আলোড়ন নুতুলিলেও স্বদেশত কিন্তু সাধাৰণ মানুহৰ অতি আপোন, চে গুৱেভাৰে দৰেই পূজিত ।



# "অ্যাছেজ এণ্ড ডায়মণ্ড"

"অ্যাছেজ এণ্ড ডায়মণ্ড" ছাই আৰু হীৰা, আন্দ্ৰে ওৱাজদাৰ ছবি, ক'লা-বগা, কি ভাষাৰ ছবি আছিল পাহৰিছোঁ । পাহৰা নাই ছবিখন, কিয়নো এই ছবিখনো পাহৰিব নোৱাৰা । পৃথিৱীৰ যিকোনো দেশ নাইবা সময়ৰ হ'ব পাৰে এই ছবিৰ কাহিনী । শোষক গোষ্ঠীৰ বিৰুদ্ধে শোষিতজনৰ বিক্ষোভ ।

চহৰখনলৈ আহিব দেশৰ প্ৰধান মন্ত্ৰী, । এৰাতি থাকিব চহৰৰ এখন বিখ্যাত বিলাসবহুল হোটেলত । নিশা হ'ব ভোজমেল । নগৰ পালিকাৰ পৰা আৰম্ভ কৰি চৰকাৰী কৰ্মচাৰীসকল ব্যস্ত, ব্যস্ত হোটেলৰ ওপৰমহলাৰ পৰা একেবাৰে সাধাৰণ কৰ্মচাৰীজন আৰু এক অখ্যাত বস্তিৰ লৈতেৰা কোঠা এটাত ব্যস্ত শোষিতজনৰ কল্যাণৰ কাৰণে জীৱন উৎসৰ্গা কৰা কেইজনমান বামপন্থী ৰাজনৈতিক কৰ্মী । তেওঁলোকে গোপনে আলোচনা কৰিছে কেনেকৈ গৈ ভোজসভাৰ মাজতে সেই অত্যাচাৰী শোষক গোষ্ঠীৰ নেতাজনক গুলীয়াই হত্যা কৰা যায় । আলোচনাৰ শেষত থিক হ'ল দেখনিয়াৰ ডেকা জেৰি যাব সংবাদদাতাৰ বেশত, ভুৱা আইডেন্টিটি কাৰ্ড লৈ । কেমেৰাৰ মাজত নিব অকণমানি ৰিভলভাৰটো । তেওঁলোকৰ মাজৰে অইন এজনৰ প্ৰেয়সী হোটেলৰ পৰিচাৰিকা, প্ৰেয়সীৰ সহায়ত তেওঁ তেওঁৰ কমৰেড আন্দ্ৰেক হোটেলৰ ভিতৰলৈ লৈ যোৱাৰ ব্যৱস্থা কৰিব, অৱশ্যে তেওঁ নিজে থাকিব হোটেলৰ বাহিৰত পিচপিনৰ ৰাজপথত গাড়ীখন লৈ । কাম সমাধা হলেই আন্দ্ৰে আহিব, গাড়ীত উঠিব আৰু তেওঁ তাক নিৰাপদ ঠাইলৈ লৈ যাব ।

হোটেলৰ বাহিৰত বিক্ষোভকাৰীসকলে প্ৰধানমন্ত্ৰীক ক'লা পতাকা দেখুৱাই উভতি যাবলৈ শ্লোগান দিছে । হোটেলৰ ভিতৰে বাহিৰে চোৰাংচোৱাৰ দল ব্যস্ত, ব্যস্ত পুলিচ বিষয়াসকল । প্ৰধানমন্ত্ৰী অহাৰ আগতে বিক্ষোভকাৰীসকলক জোৰ কৰি আঁতৰাই নিয়া হ'ল ।

প্ৰধানমন্ত্ৰী আহিল, ভাড়া কৰি অনা জনতাৰ আগত ভাষণ দিলে, জাউৰিয়ে জাউৰিয়ে হাত চাপৰিও পালে । তাৰ পিচত হোটেলত দুপৰীয়াৰ আহাৰ খাই কিছুসময়

জিৰনি লৈ পুনৰ বিভিন্ন কাৰ্যসূচীত যোগ দিলে ।

পৰিচাৰিকাৰ সহায়ত আন্দ্ৰে হোটেলৰ ভিতৰ সোমাল ৰূমবয়ৰ বেশত । প্ৰধানমন্ত্ৰীৰ কোঠাৰ কাষতে থকা ৰূমবয়সকলৰ কোঠাত লুকাই থাকিল । কনচাৰ্ট হলৰ পৰা প্ৰধানমন্ত্ৰী হোটেল পালেহি, ইয়াৰ পিচতে ভোজমেল, প্ৰেছৰ লগত আলোচনা। জেৰি সোমাই আহিল । পৰিচাৰিকাৰ লগত চকুৰে চকুৰে কথা ক'লে, হোটেলৰ বাৰত এগিলাচ মদ লৈ অপেক্ষা কৰি বহি থাকিল । লাহে লাহে হলঘৰ নিমন্ত্ৰিত অতিথি আৰু প্ৰেছৰ লোকসকলেৰে ভৰি পৰিল । বয়টোৰ হাতত এখন সৰু কাকতত পৰিচাৰিকাই লিখি পঠিয়ালে জেৰিয়ে জীৱনৰ ৰিস্ক লৈ ভোজসভাত কামটো নকৰাই ভাল হ'ব কিয়নো আন্দ্ৰে যথাস্থানত লুকাই আছে আৰু কোনেও একোকে নজনাকৈয়ে কামটো সমাধা কৰিব পাৰিব । জেৰি হোটেলৰ বাহিৰ হৈ আহিল ।

প্ৰধানমন্ত্ৰীয়ে ভোজ মেললৈ যাবৰ বাবে সাজ-পোছাক পিন্ধি আছে । আন্দ্ৰে প্ৰধানমন্ত্ৰীৰ কোঠালৈ সোমাই আহে, হাতত বাথৰূমত থবলৈ ভাঁজকৰা টাৱেল এখন । প্ৰধানমন্ত্ৰীৰ চেক্ৰেটাৰীয়ে দুৱাৰখন খুলি দিয়াৰ লগে লগে আন্দ্ৰে প্ৰধানমন্ত্ৰী আৰু চেক্ৰেটাৰী দুয়োজনকে গুলীয়াই হত্যা কৰে । গুলীৰ শব্দত চৌদিশে দৌৰা দৌৰি লাগে । তাৰ মাজতে আন্দ্ৰে হোটেলৰ বাহিৰলৈ আহিল যদিও চিকিউৰিটি গাৰ্ডৰ গুলী তেওঁৰ গাত লাগিল ; নাতি দূৰৈত গাড়ীলৈ বৈ আছে জেৰি । কিন্তু আন্দ্ৰে জানিছিল তেওঁ বাচিব নোৱাৰে, গতিকে বন্ধু জেৰিক মিছাতে বিপদত নেপেলাবৰ বাবে দৌৰি দৌৰি অইনপিনে থকা মুকলি ঠাইখিনি পালেহি য'ত ধুবীয়ে কাপোৰ ধুই শুকাবলৈ ওলোমাই থৈছে শুভ্ৰ বগা বেডচিট, টাৱেল ইত্যাদি । আন্দ্ৰে কাপোৰৰ মাজত লুকাই পৰিল । সহস্ৰ ৰাইফলৰ গুলীত ক্ষত-বিক্ষত হৈ বগা কাপোৰৰ মাজত ঢলি পৰিল আন্দ্ৰে । ৰঙা তেজেৰে লুতুৰিপুতুৰি হৈ পৰি আছে জাতীয় বীৰ আন্দ্ৰে, মুমূৰ্ষুজনৰ বাবে জীৱন আহুতি দি শান্তিৰ প্ৰতীক শুভ্ৰ বগা কাপোৰৰ মাজত ।



# "পটেমকিন"*

প্রায় চল্লিছ বছৰৰ আগতে ৰাছিয়াৰ মহান চিত্ৰ পৰিচালক আইজেনষ্টাইনে "পটেমকিন" নামৰ ছবিখন নিৰ্মাণ কৰিছিল । আৰু পোন প্ৰথমবাৰৰ বাবে "মণ্টাজ" ৰীতিৰ ব্যৱহাৰ কৰিছিল । এই ৰীতিৰ মাজেৰেই চলচ্চিত্ৰই এক নতুন চিত্ৰভাষা পালে আৰু শিল্পৰ ক্ষেত্ৰত এখন সুকীয়া আসন অধিকাৰ কৰি ললে ।

আৰম্ভণীতে ৰুছ বিপ্লবৰ পটভূমিত "১৯০৫" নামৰ আঠটা খণ্ডৰ সুদীৰ্ঘ ছবি এখনৰ এটা খণ্ড হিচাপে ভবা হৈছিল "পটেমকিন', গৰ্কীৰ "মা" গল্পটোও এটা খণ্ডত চিত্ৰৰূপ দিয়াৰ কথা আছিল । কিন্তু আইজেনষ্টাইনে ছবিখনৰ চিত্ৰগ্ৰহণ কৰি থাকোতে "পটেমকিন" নামৰ জাহাজখনৰ সৈনিকসকলৰ মিউটিনিৰ লগতে ওডেচাৰ বিদ্ৰোহৰ কাহিনী চুটি এটা খণ্ডত কোৱাটো সম্ভৱ নহ'ব যেন পাই প্ৰয়োজকসকলক কেৱল "পটেমকিন'ৰ কাহিনী লৈ এখন পূৰ্ণ দৈৰ্ঘ্যৰ ছবি কৰাৰ কথা জনালে । কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কমিটি আৰু গচকিনোৰ প্ৰথম ষ্টুডিঅ'ই আইজেনষ্টাইনৰ প্ৰস্তাৱ মানি ললে । সৃষ্টি হ'ল এখনি কালজয়ী চিত্ৰৰ ।

পটেমকিন জাহাজৰ নাবিকসকলৰ মাজত উত্তেজনা, বিপ্লৱৰ বাতৰি সকলোৰে মুখে মুখে । ভাকুলিনচাক তেওঁলোকৰ মাজৰ এজন, সকলো নাবিককে একত্ৰিত কৰি মাতি আনিলে ৰান্ধনী ঘৰলৈ । তেওঁলোকৰ বাবে ৰান্ধিবলৈ ৰখা মাংসৰ টুকুৰা এটিৰ চৌদিশে তেওঁলোক আহি ৰ'ল । পচা মাংসৰ মাজত কিলবিলাই আছে পোক, নাবিকসকলে প্ৰধান ৰান্ধনীৰ আগত আপত্তি জনালে । ওলমি থকা মাংসৰ মাজত থকা পোকবোৰলৈ দেখুৱালে । কিলবিলাই থকা পোকবোৰ — । জাহাজৰ ডাক্তৰ আহিল, চট্‌ফটীয়া উদ্ধত প্ৰকৃতিৰ মানুহজন, মাংসখিনি, চচমাযোৰ পিন্ধি চালে, ঠিকেই আছে । মাংস ৰন্ধা হ'ল, নাবিকসকলে খাবলৈ আপত্তি কৰিলে । আকৌ আহিল ডাক্তৰ, অফিচাৰ, দুৰ্গন্ধত থাকিব নোৱাৰি নাকত ৰুমাল ললে । গোন্ধোৱা মাংস, নাবিক আৰু অফিচাৰ ।

---

* 'পটেমকিন' চলচ্চিত্ৰখন নিৰ্মান কৰা হৈছিল ১৯২৫ চনত । এই লিখাটো প্ৰথমে 'অসম বাতৰি' কাকতত প্ৰকাশ হৈছিল ১৯৬৫ চনত । পিছত 'দৈনিক অসম' আৰু 'চিত্ৰসংবোদত' ।

জাহাজৰ বিভিন্ন অংশত নাবিকসকলৰ মাজত অসন্তোষে দেখা দিলে, যিকোনো মুহূৰ্ততে পৰিস্থিতি নিয়ন্ত্ৰণৰ বাহিৰ হৈ যাব, বিদ্ৰোহ নিশ্চিত।

বিদ্ৰোহৰ ভাবুকি, উত্তেজনা বাঢ়ি আহে । কেপ্টেইনে নাবিকসকলক ডেকলৈ মাতিলে'। চিএঞৰি চিএঞৰি সোধে – কোনে, কোনে ৰেচন সম্বন্ধে আপত্তি তুলিছা ?

ডেকা নাবিক কেইজনমান আগবাঢ়ি আহে, আৰু কেইজনমান আগবাঢ়ে । আটাইকে এটা কোণলৈ নি হাতে-ভৰিয়ে বন্ধা হয়, ত্ৰিপাল এখনেৰে ঢাকি দিয়া হয় । ৰাইফলধাৰী আহে, হাতত ক্ৰছ লৈ আহে ধৰ্মযাজক । গুলী কৰিবলৈ হুকুম দিয়া হয়, কিন্তু গুলী নুফুটে, বন্দুকধাৰী নাবিকসকলে অফিচাৰসকলৰ পিনে বন্দুক টোৱাই । সকলোৰে মনত কি হ'ব কি হ'ব ভাব । পৰ্দাৰ নাবিক আৰু দৰ্শকসকলৰ প্ৰত্যেকৰে একেই অৱস্থা ।

অফিচাৰসকলে দৌৰি দৌৰি পলাই, লুকাই পৰে য'তে ত'তে । ডাক্তৰজন, বুকুত দোদুল্যমান তেওঁৰ চচমাযোৰ, নাবিকসকল ইজনে সিজনৰ পিছত দৌৰিছে, সঙ্গীতৰ লগতে বন্দুকৰ শব্দই কাণ তাল মাৰি ধৰে । শব্দৰ লগতে চিত্ৰই (Close up shots) যেন বিদ্ৰোহৰ জাননি দিয়ে । পটেমকিন জাহাজৰ বুকুতে অফিচাৰ আৰু নাবিকৰ দুটা শ্ৰেণীৰ যুদ্ধ । জাহাজৰ ফ্লেগখন নমাই অনা হ'ল । উলাহ উদ্দীপনাৰ মাজেৰে উৰাই দিয়া হ'ল এখন নতুন পতাকা, ৰঙা পতাকা । নাবিকসকলেই অফিচাৰসকলৰ কাম কৰিব ধৰিলে । জাহাজৰ ইঞ্জিন চলিব ধৰিলে আৰু ৰঙা পতাকা উৰুৱাই "পটেমকিন" জাহাজ বুকু ফিন্দাই গৈ থাকিল ওডেচা বন্দৰৰ পিনে । সকলোৰে আগত দেখা যায় ভাকুলিনচাকৰ মৃতদেহ, পৰি আছে জাহাজৰ ডেকত । তেওঁ যেন এই বিদ্ৰোহত যোগ দিয়াৰ বাবে সকলোকে জনাইছে মৌন আহ্বান ।

কুঁৱলীৰ মাজেৰে সৰু নাও তিনিখন আহিআছে ওডেচাৰ চিৰিৰ পিনে ভাকুলিনচাকৰ মৃতদেহ লৈ, ৰঙা কাপোৰেৰে ঢকা তেওঁৰ ক্ষীণ স্থিৰ দেহা । এচামুচ চ্যুপৰ বাবে এজন শ্বহীদৰ মৃত্যু । মাকৰ ক্ৰন্দনৰ লগে লগে মানুহৰ গতি, ৰাতি পুৱাবলৈ এতিয়াও বাকী । কিন্তু ওডেচাৰ সাগৰৰ পাৰলৈ মানুহবোৰ আহি আছে, শান্ত নিজৰা যেন খৰস্ৰোতা নদী হৈ সাগৰ-মহাসাগৰত পৰিণত হয়,ওডেচাৰ চিৰি হয় মানুহৰ সমুদ্ৰ । শোকৰ ক্ৰন্দন হয় বিদ্ৰোহৰ গৰ্জন । দলিতসকলৰ প্ৰতিনিধি এগৰাকী গাভৰুৱে মৃত ৰুছ শ্বহীদৰ গুণানুকীৰ্তন কৰে । ওডেচাই শুনে, শ্ৰমিক, সৰু ব্যৱসায়ী মুনিহ তিৰোতা, কণ কণ ল'ৰা-ছোৱালীবোৰেও যোগ দিছেহি । আটায়ে ওডেচাৰ চৌদিশে বিপ্লৱৰ গীত গাই সাগৰৰ পিনে চায় । প্ৰথম বিজয়ৰ উল্লাসত আত্মহাৰা সকলো । সৰু সৰু নাওত উঠি মানুহবোৰে পটেমকিনৰ চৌদিশে ঘূৰে । কিছুমানে নাবিকসকলক খোৱা বস্তুৰ যোগান ধৰে, নিজৰেই খাবলৈ নাটে, তথাপি নাবিকসকল যে তেওঁলোকৰ নায়ক ।

ওডেচাই ৰঙা পতাকাক প্ৰণাম জনায় প্ৰথমে ইতস্ততঃ কৰি, পিছত মুক্তকণ্ঠে,

উলহ্-মালহেৰে । জয়ধ্বনি শুনা যায় এজন, দুজন, হেজাৰ জনৰ কণ্ঠত ।

চিৰিৰ এঢাপৰ দৃশ্য, বিশাল দীঘল চিৰিৰ ঢাপটো, ওডেচাৰ খটখটি । বিদ্ৰোহী নাবিকসকলৰ সমৰ্থনকাৰী জনতা আহি আছে জয় গান গাই । কিন্তু এয়া মাথোন ক্ষন্তেকৰ বাবে । একেবাৰে ওচৰত শাৰী পাতি আহি আছে বন্দুকধাৰী অশ্বাৰোহী সৈন্য, কচাক সৈন্য লাহে লাহে আগবাঢ়ি আহি আছে খটখটিৰ পিনে । অগণন জনতাৰ মাজত গুণগুণনি, ভয় ; প্ৰথমে লাহে লাহে, তাৰ পিছত ততাতয়াকৈ নামি যায় চিৰিৰে তললৈ । নিষ্ঠুৰ সৈন্যৰ বুটজোতাৰ ভৰত ধৰিত্ৰী কম্পমান আৰু এটা সময়ত দেখা যায় অগণন ভয়াৰ্ত জনতাক । এফালৰ পৰা ছেদেলী ভেদেলী কৰি আগবাঢ়ি আছে সৈন্য বাহিনী । কোনোবে দৌৰিছে, সঙ্গীনৰ খোচত পৰি গৈছে, ঘোঁৰাৰ খুৰাৰ তলত নাইবা বুটজোতাৰ গচকত প্ৰাণ হেৰুৱাইছে । জনতাৰ একাংশ ভয়তে দৌৰিছে, বন্দুকৰ গুলীত পৰি গৈছে । এগৰাকী মহিলাই পেৰেম্বুলেটৰত কেঁচুৱাটো লৈ পলোৱাৰ চেষ্টা কৰিছে, বুকুত গুলী লাগি মাহিলা পৰি গ'ল । কেঁচুৱাটোক লৈ পেৰেম্বুলেটৰখন চিৰিৰে জঁপিয়াই জঁপিয়াই গৈ থাকে তললৈ এঢাপ, দুঢাপ, দহ, পোন্ধৰ ঢাপ । জনতা দৌৰি আছে তললৈ সেনাবাহিনীয়ে গুলীৰে, বেয়নেটেৰে, ঘোঁৰাৰ খুৰাৰে, বুটজোতাৰে এফালৰ পৰা পিহি নিছে পৰি যোৱাসকলক ।

সাগৰত পটেমকিন জাহাজত নাবিকসকলো বহি থকা নাই । অন্যান্য যুদ্ধ জাহাজবোৰে খবৰ পাই আহি পাইছেহি ওডেচা । এক সম্ভাব্য সংঘৰ্ষৰ আগ মুহূৰ্তৰ কি হ'ব কি হ'ব ভাব । দহ বাৰখন জাহাজে পটেমকিনক বেৰি ধৰিছে । প্ৰকাণ্ড কামান সাজু পটেমকিনৰ, কিন্তু এখন জাহাজে সমপৰ্য্যায়ৰ দহখন জাহাজৰ লগত যুঁজিব পাৰিব জানো ? এক অজান উৎকণ্ঠাত আটায়ে বৈ থাকিব লগীয়া হয়, অন্যান্য জাহাজবোৰে কামান টোৱাই আগবাঢ়ি আছে পটেমকিনৰ পিনে ।

পটেমকিনৰ পৰা সংকেত পাই ওডেচাৰ পৰা সংগ্ৰামী জনতাই তুলুঙা নাৱত উঠি সাগৰলৈ পাৰি দিলে, ৰঙা পতাকাৰে সাগৰ ৰাঙলী হ'ল । জনতাই গৈ অন্য জাহাজৰ নাবিকসকলক বুজোৱাৰ চেষ্টা কৰিলে, পটেমকিন জাহাজৰ নাবিকসকলক বন্ধু হিচাপে লৈ গুলী নকৰিবলৈ আবেদন জনালে — "ভাইসকল, ভাইৰ বুকুলৈ গুলী নচলাবা ।' উৎকণ্ঠা আৰু বাঢ়ি যায়, এটা সময়ত অন্য জাহাজবোৰৰ নাবিকসকলে বিৰুদ্ধাচৰণকাৰী অফিচাৰসকলক আক্ৰমণ কৰিলে, পটেমকিন মুক্ত হ'ল, বিজয়ৰ গৰ্বেৰে পটেমকিন আগবাঢ়িল ৰঙা পতাকা উৰুৱাই ।

শ্বাসৰুদ্ধকাৰী ছবিখনৰ কাহিনী বৰ্ণনা কৰা সম্ভৱ নহয়, প্ৰতিটো শ্বট, প্ৰতিটো শব্দৰ দ্বাৰা চিত্ৰগ্ৰহণৰ নতুনত্ব আৰু সম্পাদনাৰ নতুন চিত্ৰভাষাই সেই সময়ত আলোড়নৰ সৃষ্টি কৰিছিল "পটেমকিন" ছবিয়ে, আজিও কৰে । এই ছবিৰ কোনো নায়ক নাই । সংগ্ৰামী জনতা, মুনিহ-তিৰোতা, ল'ৰা-ছোৱালী এই ছবিৰ নায়ক আৰু জনতাৰ জয়

গান গোৱাই আছিল এই ছবিৰ আদৰ্শ । 'মণ্টাজ' ৰীতিৰে কেনেকৈ আইজেনষ্টাইনে ছবিখনৰ প্ৰতিটো মুহূৰ্ততে আমাক ভবাই তুলিছিল আৰু এক অভূতপূৰ্ব পদ্ধতিৰে মনৰ মাজত বক্তব্যটো সুমুৱাই দিছিল তাৰে এটা উদাহৰণ ওডেছাৰ সুবৃহৎ দৃশ্যটোৰ শেষৰ পিনে দেখুওৱা শ্বট কেইটামানৰ বিস্তৃত বিৱৰণ দিয়াৰ চেষ্টা কৰা হ'ল ঃ জনতাৰ ভিৰ । ওডেচাৰ খটখটিৰ ওপৰত সেনাবাহিনীৰ অত্যাচাৰত জৰ্জৰিত জনতাই মূৰ তুলি থিয় হ'ল । এই দৃশ্যৰ ওপৰতে ছুপাৰ ইম্পোজ কৰি দেখুওৱা হ'ল ১ ঃ ২ ঃ ১ সময় দৈৰ্ঘ্যৰ অনুপাতে সজোৱা তিনিটা সিংহৰ মূৰ্তি ।প্ৰথমটো সিংহ শুই থকা অৱস্থাৰ ; দ্বিতীয়টো সদ্যজাগ্ৰত আৰু তৃতীয়টো গৰ্জি উঠা সিংহ এটাৰ ছবি । জনতাৰ দৃশ্যবোৰৰ ওপৰত (১) শুই থকা সিংহ ঃ (২) সদ্যজাগ্ৰত হৈ ঃ (৩) গৰ্জি উঠিল । সময়ৰ দৈৰ্ঘ্যৰ সামঞ্জস্যৰে, প্ৰথম আৰু দ্বিতীয় শ্বট দুটাৰে বুজালে সংঘাত আৰু শেষৰ শ্বটটোৰ যোগসূত্ৰই দিলে প্ৰতিবাদৰ ইঙ্গিত । এই একে ধৰণে ভাকুলিনচাকৰ মৃত দেহ তুলুঙা নাও এখনত কুঁৱলীৰ মাজৰে লৈ অহা দৃশ্যটোৰ লগত সাগৰৰ উৰ্মিমালা, সৰু সৰু পালতৰা নাৱৰ কম্পনৰ শ্বট কেইটা সজাই করুণ ৰসৰ সৃষ্টিৰ লগতে জনতাৰ দোদুল্যমান অৱস্থাৰ ইংগিত দিয়া হৈছিল ।



# "নানুক অব দি নৰ্থ"

ফ্লেহাৰ্টি, তথ্যচিত্ৰৰ সৈতে ওতঃপ্ৰোতভাৱে জড়িত এটি নাম। তেওঁৰ পূৰ্ণদৈৰ্ঘ্যৰ তথ্যচিত্ৰ "নানুক অব দি নৰ্থ" আৰু "লুইচিয়ানা ষ্টৰী" নাচালে বুজিব নোৱাৰি কিয় পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ দহখন তথ্যচিত্ৰৰ ভিতৰত এই দুখন আছে।

এখন সমুদ্ৰত চলা জাহাজত চলচ্চিত্ৰৰ লেবৰেটৰী, কেঁচা ফিল্ম, সম্পাদনাৰ যন্ত্ৰপাতি, খাদ্যসামগ্ৰী আৰু কলাকুশলী লৈ নানুক নামৰ এচ্‌কিমো এজনৰ পৰিয়ালটোৰ ওপৰত তথ্যচিত্ৰ এখন কৰাৰ বাবে ফ্লেহাৰ্টিয়ে প্ৰায় দহমাহকাল এচ্‌কিমোসকলৰ লগত আছিলগৈ।

"আইলেণ্ড" ছবিখনৰ দৰেই নানুক, তেওঁৰ পত্নী আৰু পুত্ৰ কন্যা, চাৰিজনীয়া এচ্‌কিমো পৰিয়ালটোৰ বাতিপুৱাৰে পৰা গধূলিলৈ জীয়াই থকাৰ সংগ্ৰাম এই ছবিখনৰ বিষয়বস্তু। ওঠৰ ৰীলৰ ছবিখনৰ বাবে ফ্লেহাৰ্টিয়ে প্ৰায় ডেৰ লাখ ৰীল ছবি তুলিছিল। ফলত বৰফেৰে ভৰা উত্তৰ মেৰুত বাস কৰা এচ্‌কিমোসকলৰ বিষয়ে জানিবলগীয়া সকলোখিনি কথাকে এনেভাৱে আমাৰ চকুত ভাঁহি উঠে যে এখন কাহিনী চিত্ৰতকৈয়ো ই বেছি ৰসগ্ৰাহী হৈ পৰে। তুষাৰাবৃত ঠাইখনৰ সেমেকা সূৰ্যোদয়ৰ লগে লগে পৰিয়ালৰ সৰু বৰ প্ৰতিজনে কামত ব্যস্ত হৈ পৰে। জুহালত স্যুপ গৰম কৰি আটাইকে খুৱাই বুৱাই নানুকৰ পত্নী কাপোৰ চিলোৱাত ব্যস্ত হৈ পৰে। হৰিণ নাইবা নোমাল জন্তুৰ ছালৰ পৰা তৈয়াৰী সিহঁতৰ চোলা পেণ্ট, জোতা সকলো প্ৰকৃতি প্ৰদত্ত সামগ্ৰীৰ পৰা তৈয়াৰী, নিত্য প্ৰয়োজনৰ চাহিদা অনুসৰি তৈয়াৰ কৰা হৈছে। ল'ৰা-ছোৱালীহালে পিতপিতাই ঘূৰি ফুৰিছে বৰফৰ মাজেৰে, নানুকে শ্লেজ গাড়ীত উঠি চিকাৰলৈ গ'ল। বহু অনুসন্ধানৰ পিচত নানুকৰ অভিজ্ঞতাই সন্ধেদ দিলে বৰফৰ তলত থকা চিলটোৰ বিষয়ে। এমুৰে দীঘল ৰছী বন্ধা শেলপাত সি বৰফৰ মাজেৰে মাৰি পঠিয়াই। অব্যৰ্থ তাৰ নিচান। বৰফৰ তলত চিলটো শেলবিদ্ধ হৈ ৰছী টানি লৈ গৈ আছে বৰশীত লগা মাছৰ দৰে। এই চিল চিকাৰৰ দৃশ্যটোত চিলৰ লগত নানুকৰ টনা-আজোৰাৰ, এপিনে মানুহৰ আনপিনে চিলৰ, নিজৰ নিজৰ জীৱনৰ বাচি থকাৰ যি সংগ্ৰাম চিত্ৰিত হৈছে

সেয়া অভাৱনীয় আৰু তুলনাহীন । পৃথিৱীৰ যিকোনো বিখ্যাত অভিনেতাইও হয়তো নানুকৰ দৰে অভিনয় কৰিব নোৱাৰিলেহেঁতেন । দৰাচলতে নানুকে অভিনয় কৰাই নাছিল, কিয়নো আমি ছবিত দেখা নানুকজন কোনো অভিনেতা নাছিল । খাদ্য বিচাৰি ঘূৰি ফুৰা, এপাল কুকুৰ, শ্লেজগাড়ী আৰু পত্নী পুত্ৰ-কন্যাৰ সংসাৰখনত একমাত্ৰ খাদ্য যোগান ধৰোতা নানুক এজন সাধাৰণ এচ্‌কিমো ।

ফ্লেহাৰ্টিয়ে প্ৰথমে গৈ এচ্‌কিমোসকলৰ গাঁও পোৱাৰ আগতে তাৰ মানুহে চলচ্চিত্ৰ কিয়, কোনো ফটো বা কেমেৰাই দেখা নাছিল । দোভাষী আৰু কলাকুশলীসকলৰ সহায়ত অসীম ধৈৰ্যৰে ফ্লেহাৰ্টিয়ে তেওঁলোকৰ ছবি তুলি প্ৰজেক্টৰৰ সহায়ত পৰ্দাত দেখুৱাই মানুহখিনিক ছবিৰ বিষয়ে সাধাৰণ জ্ঞান দি লাহে লাহে তথ্যচিত্ৰৰ কামত আগবাঢ়িছিল ।

নানুকৰ টুলুঙা নাৱত উঠি চিকাৰ বিচাৰি কৰা সমুদ্ৰ যাত্ৰা, বৰফ বেছি পৰিলে তাৰ হাত সাৰিবলৈ আৰু খাদ্যৰ সন্ধানত এঠাইৰ পৰা আন ঠাইলৈ যাওঁতে গধুলি হ'লে থিতাতে অলপ সময়ৰ ভিতৰতে পৰিয়ালৰ আটায়ে মিলি বৰফৰ ঘৰ "ইগলু" নিৰ্মাণ কৰা, বিভিন্ন পদ্ধতিৰে চিল চিকাৰৰ মনত বৈ যোৱা দৃশ্যবোৰৰ উপৰিও দিনান্তত চিলৰ মঙহেৰে সকলোৰে খোৱা লোৱা কৰা (কুকুৰবোৰকো পাহৰা নাই ) নিশা "ইগ্লু"ৰ ভিতৰত শোৱা দৃশ্যৰাজিৰ সম্পাদনাত আবহসঙ্গীত আৰু নানুকৰ অজানিতে কৰা মুক অভিনয় এই আটাইবোৰৰ সমন্বয়ে ছবিখক এনে এক শীৰ্ষবিন্দুলৈ লৈ যায় যে অকল তথ্যচিত্ৰই নহয়, পৃথিৱীৰ যিকোনো কাহিনী চিত্ৰয়ো ইয়াক চেৰ পেলাব পৰা নাই । মোৰ ব্যক্তিগত ধাৰণা "নানুক অব দি নৰ্থ"ৰ প্ৰভাৱতে পৃথিৱীৰ বহুতো চলচ্চিত্ৰ, চলচ্চিত্ৰৰ বাস্তৱধৰ্মী অভিনয়, অভিনেতা আৰু চলচ্চিত্ৰ নিৰ্মাতাৰ জন্ম হৈছে । "বেজেচ অব ফিয়াৰ, বাইচাইকেল থিফ", "বেনজামিন মিডোজ", "ক ভিভা মেক্সিকো", পথেৰ পাচালি আদি ছবি এইখন তথ্যচিত্ৰৰ আৰ্হিতে নিৰ্মিত হৈছে ।



# "আফটাৰ ছান ডাউন"

"আফটাৰ ছান ডাউন" ছবিখনৰ ইংৰাজী নাম । বেলজিয়ামৰ ছবি । সহজ সৰল কাহিনী এটিৰ ভয়াবহ পৰিণতি । বক্তব্যৰ লগত সংগতি মিলাই সহজ সৰলভাৱে কোৱা কাহিনীবিন্যাস মন চুই যোৱা ।

দ্বিতীয় মহাসমৰৰ সময়ৰ নাৎছি জাৰ্মেনীৰ সীমামুৰীয়া দেশ বেলজিয়ামৰ এখন সৰু চহৰ । চহৰৰ নাতি দূৰৈত এটা সৰু পাহাৰৰ টিলাৰ ওপৰত থাকে ছবিৰ নায়ক-নায়িকা, এহাল বৃদ্ধ দম্পত্তি । টিলাটোৰ অন্যপিনে ওখ পাহাৰ আৰু ঘন অৰণ্য । ৰাতিপুৱাৰে পৰা সন্ধিয়ালৈ বুঢ়া-বুঢ়ী নিজ নিজ কামত ব্যস্ত থাকে । অভ্যস্ত হাতেৰে টুকটাককৈ ইটো সিটো কাম নিয়াৰিকৈ কৰি থাকে । পুৰণি আৰ্হিৰে সজা ঘৰটো অটোমটোকাৰিকৈ সজোৱা । দিনটোৰ ব্যস্ততাৰ মাজত দূৰৈত চলা তুমুল যুদ্ধৰ শব্দ ভাঁহি আহে । দুই এখন উৰাজাহাজ ওপৰেদি উৰি যায় । চৌদিশৰ পৰা অহা যুদ্ধৰ শব্দবোৰে কিন্তু বুঢ়া-বুঢ়ীক কেতিয়াও আমনি নকৰে । কিয়নো জীৱনত বহু যুদ্ধ (সংগ্ৰাম) কৰি আজি বুঢ়া-বুঢ়ীহাল ভৱিষ্যতৰ বাবে একো আশা নকৰি কেৱল জীয়াই থাকিব লাগে বাবেই জীয়াই আছে নিজ নিজ কৰ্মৰ মাজেৰে । তেওঁলোকে বুজি নাপায় এনেদৰে যুদ্ধ কৰি মানুহে মানুহক হত্যা কৰি কিনো পায় । গাখীৰ খীৰাই থাকোঁতে বুঢ়াৰ মনত পৰে, ডেকা ল'ৰা এটা আছিল, তেওঁলোকৰ মৰমৰ সন্তান, মুক্তিবাহিনীত যোগ দিছিল, বিদেশী সৈন্যৰ লগত যুঁজ দিছিল । আজি তাৰ কবৰৰ ওপৰত বন গজিছে । বুঢ়ীৰ বাচন ধোৱা শেষ কৰি গাখীৰ গৰম কৰি থাকোঁতে একমাত্ৰ গাভৰু জীয়েকলৈ মনত পৰিল । ধুনীয়া ওখ-পাখ ছোৱালীজনী আছিল বেচ কামিলা, এদিন তেওঁলোকৰ চকুৰ আগতে নাৎছি সৈন্যই তাইক ধৰ্ষণ কৰিলে । তাই বাউলী হ'ল । হেৰাই গ'ল ক'ৰবাত । তেওঁলোকে আশা কৰে এদিন হয়তো তাই উভতি আহিব, কিন্তু আজি আৰু তাইৰ অনুপস্থিতি তেওঁলোকে অনুভৱ নকৰে । সহি সহি সীমা চেৰাই তেওঁলোক আজি অন্যপথৰ যাত্ৰী । সংসাৰৰ কথাই আমনি নকৰে । মাথোন তেওঁলোকে বুজি নাপায় দেশৰ নেতাসকলৰ মাজত নিজ নিজ আসনবোৰৰ কাৰণে যি যুঁজ লাগে তাত

দেখোন সাধাৰণ জনগণৰহে মৃত্যু হয়, য'ত যাতনা ভোগে, ঘূৰ্ণীয়া হয় সাধাৰণ মানুখিনিয়েহে ।

পুৱাৰ আহাৰ খাবলৈ আহি বুঢ়া-বঢ়ীয়ে প্ৰাৰ্থনা কৰিলে । ৰুটি জেম বেকনৰ লগত গাখীৰ খাই উঠি বুঢ়ী ঘৰুৱা কামত ব্যস্ত হ'ল । বুঢ়া তলৰ চহৰখনলৈ যায় পনীৰ, গাখীৰ, শাক-পাচলি লৈ । বজাৰত সন্ত্ৰাস । যিকোনো মুহূৰ্তত দেশীয় মুক্তিবাহিনী আহিব আৰু সিহঁতৰ পিচে পিচে আহিব নাৎছি সৈন্য । মুক্তিবাহিনী আহিব ক্ষুধাতুৰ হৈ, চহৰৰ পৰিয়ালবোৰে যাচিব আতিথ্য, সিহঁত যে তেওঁলোকৰে সন্তান । তাৰ পিছত আহিব নাৎছি সৈন্য, মুক্তিবাহিনীক সহায় কৰা বাবে চলাব নানা ধৰণৰ অত্যাচাৰ, উৎপীড়ন । বুঢ়াৰ কিন্তু চিন্তা নাই । তেওঁ অনা সমাগ্ৰীবোৰ যথাস্থানত দি প্ৰয়োজনীয় দুই এপদ বস্তু লৈ তেওঁ উভতি যাবলৈ ধৰোতেই মনত পৰিল, বুঢ়ীয়ে উণ নিবলৈ কৈছিল । উণৰ দোকানত সোমাই উণ ল'লে । চহৰখনৰ মাজেৰে গৈ থাকোঁতে চহৰখনৰ এই গোমোঠা পৰিবেশটো বুঢ়াৰ ভাল নালাগিল । এক অনাগত আশংকাৰ ডাৱৰে যেন ঢাকি পেলাইছে গোটেই চহৰ খন । এই পৃথিৱী, আনকি বুঢ়াৰ অকণমানি টিলাটোও ।

কামত ব্যস্ত বুঢ়ী, কিন্তু বাৰে বাৰে দূৰলৈ চায় বুঢ়া উভতি আহিলনে নাই । বুঢ়া আহে, হাত-মুখ ধুই দুয়ো দুপৰীয়াৰ আহাৰ খোৱাৰ বাবে বহি ভগৱানক প্ৰাৰ্থনা কৰি থাকোঁতেই দুৱাৰত কৰাঘাতৰ শব্দ শুনিবলৈ পায় । বুঢ়ীয়ে উঠি গৈ দুৱাৰ খুলি দিয়াত দেখিলে বাহিৰত সামৰিক সাজ-পোছাক পিন্ধা এদল যুৱক-যুৱতী, ঠিক তেওঁলোকৰ নিজৰ ল'ৰা-ছোৱালী হালৰ দৰে । দেশৰ মুক্তিবাহিনীৰ সদস্য বুলি তেওঁলোকে নিজৰ পৰিচয় দিলে, নাৎছি সৈন্যৰ লগত যুঁজিবলৈ স্বদেশৰ সৈন্যক সহায় কৰাই তেওঁলোকৰ একমাত্ৰ উদ্দেশ্য, যাতে বিদেশী শাসনক দেশৰ পৰা বাহিৰ কৰি দিব পাৰে, পুনৰ স্বাধীনতা ঘূৰাই আনিব পাৰে । প্ৰতিটো ডেকা গাভৰুকে বুঢ়া-বুঢ়ীয়ে আপোনজনৰ দৰেই আপ্যায়িত কৰে । দুয়োৰে মনত পৰে নিজৰ সন্তানলৈ, মনত পৰে ডেকা ল'ৰাটো যুদ্ধক্ষেত্ৰত নিহত হোৱা দিনটোৰ কথা, গাভৰু জনী শোকাবহ পৰিস্থিতিত নিৰুদ্দেশ হৈ যোৱাৰ কথা ।

খোৱা-বোৱা, নাচ-গানৰ মাজেৰে ক্ষন্তেকৰ বাবে ডেকা-গাভৰুহঁতে যুদ্ধৰ কথা পাহৰি ঘৰখন মুখৰিত কৰি তোলে । বুঢ়া-বুঢ়ীয়েও ক্ষন্তেকলৈ পাহৰি যায় সকলো দুখ বেদনা । সাধাৰণতে নীৰৱ ঘৰখনত উৎসৱমুখৰ পৰিবেশ এটাৰ সৃষ্টি হয় । কিন্তু এয়া নিচেই ক্ষন্তেকীয়া । এটা সময়ত আটায়ে বুঢ়া-বুঢ়ীক মৰমৰ চুমা যাচি আঁতৰি যায় । বহুসময়লৈ চাই থাকে দুয়ো ডেকা-গাভৰুহঁ'ত অৰণ্যৰ মাজত লীন হৈ যোৱালৈকে । বুঢ়ীৰ সেমেকা চকুৰ বেদনা বুঢ়াই বুজি পায় । বুঢ়ীৰ কান্ধত আলফুলে হাতখন থৈ লাহে লাহে দুয়ো ঘৰৰ ভিতৰলৈ যায় ।

পুৰণি ৰেকৰ্ডত বাজি আছে অতীতৰ সুৰ । তন্ময় হৈ শুনি আছে দুয়ো । বুঢ়াই ধঁপাতৰ ধোঁৱা উৰুৱাই অতীত ৰোমন্থন কৰি কৰি, বুঢ়ীয়ে উণ গুঠি গুঠি গীত শুনিছে "অতীত মধুৰ ছাইৰঙী ধোঁৱাৰ দৰে ।

ওখ পাহাৰৰ সিপাৰে সূৰ্য্য লুকায়, অৰণ্য লাহে লাহে অন্ধকাৰ হৈ আহে । টিলাটো এন্ধাৰত বুৰ যায় । ঘৰটোত পোহৰ জিলিকিছে, কেৰাচিনৰ লেম্পটোৰ চিমনিটোৰ ওপৰ অংশ ছাইৰে ক'লা পৰি আহিছে । বাহিৰৰ কিছুমান শব্দই বুঢ়া-বুঢ়ীৰ দৃষ্টি আকৰ্ষণ কৰে । দুৱাৰ খুলি বুঢ়াই ইপিনে সিপিনে চায় । এদল সৈন্য আগবাঢ়ি আহে, এক প্ৰকাৰ বুঢ়াক ঠেলিয়ে সিহঁতে ঘৰৰ ভিতৰ সোমায় । গোটেই ঘৰটোৰ তল-ওপৰ খানাতালাচ কৰি ঘৰৰ বস্তুবোৰ ইফাল সিফাল কৰি সৈন্যবোৰ অ'ত ত'ত বহিল । নাৎছি সৈন্যৰ নিষ্ঠুৰ ব্যৱহাৰত বুঢ়া-বুঢ়ী অতীষ্ঠ হৈ পৰিছে । নতুনকৈ মুৰ্গী মাৰি ৰন্ধা বঢ়া কৰিব লগীয়া হৈছে । খোৱাৰ যোগাৰ কৰি থাকোতে সেনাধ্যক্ষজনৰ জেৰা চলিছে । মুক্তিবাহিনীৰ ডেকা-গাভৰুবোৰ আহিছিল নেকি ? সিহঁত কোন পিনে গ'ল ইত্যাদি । বুঢ়া-বুঢ়ীয়ে সেইবোৰ একোৱেই নাজানে বুলি ক'লে । সেনাধ্যক্ষই কিন্তু বিশ্বাস নকৰিলে ।

হুলস্থূলৰ মাজেৰে নাৎছি সৈন্যই খোৱা-বোৱা কৰিলে । কিন্তু নিজ খুচিমতে ঘৰৰ ভিতৰৰ আচবাব-পত্ৰ যিমান পাৰে নষ্ট কৰিলে নাইবা কিছু মূল্যবান সামগ্ৰী নিজৰ জেপত ভৰালে । বুঢ়া-বুঢ়ী নীৰৱ দৰ্শক মাথোন ।

নাৎছি সৈন্য যাবলৈ ওলাল । যোৱাৰ আগেয়ে সেনাধ্যক্ষই বুঢ়া-বুঢ়ীক সাৱধান কৰি দিলে, মুক্তিবাহিনীৰ সদস্যসকলক সহায় নকৰিবলৈ । সিহঁত আহিলেই যাতে চহৰৰ থানাত খবৰ দিয়ে । নাৎছিসকল ঘৰৰ বাহিৰ হ'লত বুঢ়া-বুঢ়ীয়ে কিছু সকাহ পালে । দুৱাৰ বন্ধ কৰি দুয়ো ভিতৰৰ আচবাব-পত্ৰবোৰ পুনৰ সজোৱাত লাগিল । কিছু সময়ৰ পিছত বাহিৰৰ দুৱাৰত পুনৰ শব্দ হ'ল জোৰে জোৰে । বুঢ়া-বুঢ়ীয়ে দুয়ো দুয়োৰে পিনে চালে । তাৰ পিছত বুঢ়াই আগুৱাই গৈ দুৱাৰখন খুলি দিয়াৰ লগে লগে সেনাধ্যক্ষই লগৰ কেইজনমান নাৎছি সৈন্যক লৈ ঘৰৰ ভিতৰ সোমাল । বুঢ়া-বুঢ়ীক গালি গালাজ দিলে । ক'লে বুঢ়া-বুঢ়ীয়ে তেওঁক মিছা কথা কৈছে, মুক্তি বাহিনীৰ সদস্যসকল নিশ্চয় তালৈ আহিছিল । কিয়নো বাহিৰৰ ভঁড়াল ঘৰত মুক্তিবাহিনীয়ে লুকুৱাই থৈ যোৱা বোমা কেইটামান তেওঁলোকে পাইছে । বুঢ়া-বুঢ়ীয়ে বোমা কেইটাৰ বিষয়ে একো নাজানো বুলি বাৰে বাৰে কোৱা সত্ত্বেও সেনাধ্যক্ষই বিশ্বাস নকৰিলে ।

সেনাধ্যক্ষৰ আদেশক্ৰমে বুঢ়া-বুঢ়ীক ঘৰৰ একোণত খুঁটাত বন্ধা হ'ল । সেনাধ্যক্ষ টেবুলৰ ওচ গাপি গ'ল । টেবুলৰ ওপৰত থকা লেম্পটো ফুমাৰি নুমুৱাই দিলে । ক্ষন্তেক পিচতে দুটা গুলীৰ শব্দ, শোকৰ সংগীত বাজি উঠিল । বহুসময়লৈ সেই সুৰ বাজি থাকিল । টিলাটোৰ ওপৰত এন্ধাৰতে থিয় হৈ আছে বুঢ়া-বুঢ়ীৰ ঘৰটো, ঘৰৰ

পিছফালে ওখ পাহাৰ আৰু অৰণ্য । ছবিৰ সমাপ্ত কাৰ্ডখন পৰ্দাত ভাঁহি উঠে । তথাপি আমি দৰ্শকসকলে অবাক হৈ বৈ চাই থাকোঁ ।

সহজ সৰল কাহিনী এটাকে মন পৰশি যোৱাকৈ পৰিচালকে তেওঁৰ অসাধাৰণ নিৰ্মাণ শৈলীৰে আমাৰ আগত উপস্থাপন কৰিলে । বুকু ভেদি যোৱাকৈ বুজাই দিলে তেওঁৰ বক্তব্য । এই যুদ্ধ কাৰ বাবে ? সহজ সৰল, মানুহখিনিয়ে কিয় পাব লাগে এই যন্ত্ৰণা, কিয় ??



# “বেজেছ্ অৱ ফিয়েৰ”

দ্বিতীয় মহাযুদ্ধৰ পিছৰ ইটালীৰ এখন সৰু চহৰ । অভাব-অনাটনত, জৰ্জৰিত কৰ্মসংস্থানহীন মানুহবোৰৰ জীয়াই থকাৰ সংগ্ৰাম । এমুঠি অন্নৰ কাৰণে, দুটা পইচাৰ বাবে মানুহে যিকোনো কাম কৰিবলৈ প্ৰস্তুত । ছবিৰ আৰম্ভণীতে আমি দেখিবলৈ পাওঁ যুদ্ধ বিধ্বস্ত চহৰখনৰ কিছুমান অসংলগ্ন দৃশ্য । কণ কণ ল'ৰা-ছোৱালীবোৰৰ মাজত কাজিয়া, প্ৰতিবেশীৰ লগত সামান্য এটা কথা লৈ দুই দলৰ মাজত কথা কটাকটি, স্বামী স্ত্ৰীৰ কাজিয়া, চিএৰ বাখৰ, একমাত্ৰ দোকান আৰু “বাৰ”খনত (পানশালা) দুই এজন মানুহে কিনাকুটা কৰোঁতে দোকানীৰ লগত তৰ্ক । এই সকলোবোৰ দৃশ্য চাই আছে “বাৰ”ৰ ওপৰত থকা দুটা কোঠাৰ হোটেলৰ খিড়ীকিৰে এজন সম্ভ্ৰান্ত লোকে ।

'ইমানবোৰ খাবলৈ নোপোৱা মানুহৰ মাজৰ পৰা তুমি চাৰিজন মানুহ উলিয়াব নোৱাৰিলা – এই কামটোৰ বাবে ।' ভদ্ৰলোকে ব্ৰেকফাষ্ট খাই থকা তেওঁৰ সহকৰ্মীজনক ক'লে । ডেকা সহকৰ্মীজনে মূৰ তুলি চালে । একো কথা নকৈ পুনৰ খাই যাবলৈ ধৰিলে ।

বাৰ্ট আৰু ঘৈণীয়েক কাজিয়া কৰি বাৰৰ দুৱাৰেৰে সোমাই আহিল । বাৰৰ মালিকে লুচিয়ানাক পলম হোৱা বাবে খং কৰিলে । লুচিয়ানাই অসহায়ভাৱে চাই উচ্চস্বৰেই উত্তৰ দিলে “কি কৰিম, মই ঘৰখনৰ কাৰণে মৰিবলৈ ধৰিছোঁ, আৰু ই” —

“বাৰু যা সোনকালে বাচনখিনি দুই থ” – মালিকে কথাখিনি কৈ টেবুল মচি মচি বাৰ্টৰ পিনে আগবাঢ়ি আহিল, কি লাগে সুধিলে ।

“একপেগ ৰাম” বাৰ্টে হাতত থকা মুদ্ৰাটো টেবুলত শব্দ কৰি থলে ।

– “এই ৰাতিপুৱাই” – বাৰৰ মালিকে গিলাছ এটাত মদ বাকি থাঁকোতে কৈ গ'ল – “কাম নাই, বন নাই কেৱল মদ্যপান । হেৰ, অইন একো কাম নাই যদি ভদ্ৰলোকৰ কামটোকে নকৰ কিয় ? ভাল পইছা দিব ।”

লগে লগে ভদ্ৰলোক আহি বাৰৰ ভিতৰ সোমাল । প্ৰলোভন দেখুওৱা ভঙ্গীৰে কৈ গ'ল “দুহেজাৰ আমেৰিকান ডলাৰ, এহেজাৰ যোৱাৰ আগেয়ে আৰু বাকী হেজাৰ

কামটো কৰি ঘূৰি অহাৰ পিছত ।

মদ খাই খাই বার্টে ভাবিবলৈ ধৰিলে । চিঞৰ-বাখৰ, অভাৱ-অনাটনৰ বাবে কাজিয়া সি যেন স্পষ্ট শুনিবলৈ পালে । ভদ্রলোক বার্টৰ সন্মুখত আহি থিয় হ'ল, সুধিলে – "কি সিদ্ধান্ত ললা" ?

— কি কৰিব লাগিব কওকচোন ? বার্টে প্রশ্ন কৰে ।

— দুখন ট্রাক লৈ যাব লাগিব পাহাৰৰ সিপাৰে থকা ৰিফাইনেৰীলৈ । জানো বৰ দুর্গম পথ । কিন্তু টকাখিনিও কম নহয় । ভদ্রলোক বার্টৰ কাষতে বহিল । গিলাচৰ মদখিনি এবাৰতে শেষ কৰিলে বার্টে । ভদ্রলোকে বাৰৰ মালিকক আৰু এগিলাচ মদ দিবলৈ ইংগিত দিলে । বার্টে মদগিলাচ এবাৰতে খাই শেষ কৰি ক'লে – "মই যাবলৈ সাজু আছোঁ ।"

"মই জানো, তোমাৰ দৰে সাহসী মানুহে এই কাম কৰিব পাৰিবা । এতিয়া কাম কৰা, তোমাৰ লগত যাবলৈ আৰু তিনিজন মানুহ গোটোৱা" – ভদ্রলোকে ক'লে ।

হোটেলৰ ওপৰৰ কোঠাত ভদ্রলোকে গণি গণি এজন এজনকৈ বার্ট আৰু লগৰ তিনিজনক এহেজাৰকৈ ডলাৰ দিলে । পিছদিনা ৰাতিপুৱা যাত্রা কৰিবলৈ তেওঁলোকক ওলাই আহিবলৈ ক'লে । তলৰ বাৰত মদ্যপান, নাচ-গান, চিঞৰ-বাখৰ বহু নিশালৈ শুনা গ'ল । বিছনাত বার্ট আৰু লুচিয়ানা, বার্টৰ বুকুত মূৰটো থৈ তাই কৈ যায় – "বহুদিনৰ মূৰত আমি ভালকৈ এসাজ খালো । বৰদিনৰ উৎসৱহে যেন পালন কৰিলো "।

"এৰা" বার্টে ক'লে – এতিয়া শুই থাকা, ৰাতিপুৱাই আকৌ ওলাব লাগিব ।

শুবলৈ চেষ্টা কৰিলে লুচিয়াই, ওপৰলৈ চাই থাকিল বহুপৰলৈ ।

বাৰখনৰ সন্মুখত দুখন ট্রাক, চহৰৰ মানুহবোৰ জুম বান্ধিছেহি, বার্টহঁতৰ এই যাত্রাকালত । ভদ্রলোকে বার্ট আৰু তেওঁৰ লগৰ আন তিনিজনক কাষলৈ মাতিলে, ক'লে "তোমালোকে যি কেমিকেল কঢ়িয়াই নিবা সেয়া ইমানেই, ইনফ্লেমেবল, দাহ্য পদার্থ যে অকণমান ইফাল, সিফাল হলেই, তাত জুই জ্বলি যায়, ঠিক এনেদৰে —

ভদ্রলোকে সৰু বটল এটাৰ পৰা পনীয়া পদার্থখিনি মাটিত পেলাই দিয়াৰ লগে লগে এটা বিৰাট শব্দ কৰি জুই জ্বলি নুমাই গ'ল । ধোঁৱাবোৰ ভাঁহি থাকিল বহুপৰলৈ । চাই থকা মানুহখিনিৰ মনত আতংক, কোনো কোনোৱে চিঞৰি দিলে । লুচিয়ানাই দৌৰি আহি বার্টক সাবটি ধৰি ক'লে – "তুমি সঁচাকৈয়ে এই ভয়াবহ কামটো" —

"উপায় নাই লুচি, টকা লৈছোঁ যেতিয়া" – বার্ট যেন অসহায় – "তথাপি ইমান দিনৰ মূৰত কাম এটাতো পালো" ।

প্রচণ্ড গর্জন কৰি ট্রাক দুখন যাবলৈ সাজু হ'ল । বার্টে ষ্টিয়েৰিঙত হাত ৰাখি লুচিয়ানালৈ চালে, তাই উদাসভাৱে তালৈ চাই আছে । ট্রাক চলিবলৈ ধৰিলে, মানুহবোৰৰ

মাজৰ পৰা লুচিয়ানা দৌৰি দৌৰি ট্ৰাকৰ কাষে কাষে গৈ থাকিল কিছুসময় । এটা সময়ত ট্ৰাক দুখন দূৰলৈ আঁতৰি গ'ল ।

ঠেক পাহাৰীয়া পথ, খলাবমা । চালকসকলে সাৱধানে গাড়ী চলাইছে, ট্ৰাক আগবাঢ়িছে শামুকীয়া গতিৰে । একাবেঁকা পথেৰে গাড়ী দুখন আগবাঢ়ি আছে । বাৰ্টে তেওঁৰ কাষতে বহি যোৱা বন্ধুলৈ চালে, উত্তেজনাত তেওঁ চিগাৰেট হুপি আছে এটাৰ পিছত, আন এটা । বাৰ্টে হাঁহিলে, ক'লে – "কি ভাবিছা ?"

"নাই, পথৰ যি অৱস্থা ।" বন্ধুৱে উত্তৰ দিলে ।

"তুমি হ'বলা তাকেই ভাবি আছা ? ভাবি লাভ নাই, আমাৰ জীৱনটোৰ দৰেই দুৰ্গম এই পথ । তথাপি আমি জানো বৈ থাকিলে হব ?"

সূৰ্য্যাস্তৰ পিনে গাড়ী দুখন গৈ আছে, লাহে লাহে, ঘেৰ ঘেৰ শব্দ ভয়াবহ, আমনি লগা । এটা সময়ত দুয়োখন গাড়ী এঠাইত ৰ'ল । বাৰ্ট আৰু আন তিনিজন ড্ৰাইভাৰ নামি আহিল । হেড্‌লাইটৰ পোহৰত দেখা গৈছে, মাজপথতে এটা পানীৰ ডোঙা । অশোধিত ক'লা তেলৰ চামনি এখন পানীৰ ওপৰত দেখা গৈছে । ডোঙাটো বেছ বহল, প্ৰায় গোটেই পথটো আগুৰি আছে । বাৰ্টৰ বন্ধু মাইকেল ডোঙাটোত নামি গ'ল, গাঁতটো বেছ গভীৰ, প্ৰায় আঁঠুলৈকে পানী । আন গাড়ীৰ ড্ৰাইভাৰে ওচৰে পাজৰে থকা গছৰ ডাল পাত আনি ডোঙাটোত পেলাই দিলে । ইফালে সিফালে বিচাৰি বিচাৰি আৰু কিছু গছৰ ডাল কাটি আনি ডোঙাটোত পেলাই দিলে আন এজনে । মাইকেল পানীৰ পৰা উঠি আহিল ।

বাৰ্টৰ গাড়ীখন কোনোমতে পাৰ ক'ৰা হ'ল । পিছৰ গাড়ীখন ডোঙাটোত ফচিল, বাৰে বাৰে চেষ্টা কৰিও গাড়ীখন উঠাব পৰা নগ'ল । মাইকেল পুনৰ পানীত নামিল, গছৰ ডালবোৰ চকাৰ তলত লগাই দিলে যদিও চকাটো একে ঠাইতে ঘূৰি থাকিল । উপায় নাপাই মাইকেলে পানীত বুৰ মাৰি চকাটোৰ তলত গছৰ ডালটো ভালকৈ লগাই দি ধৰি থাকিল, গাড়ীখন চলাই যাবলৈ ইংগিত দিলে । গাড়ী চলাই নিয়া হ'ল, যাওঁ নেযাওঁকৈ গাড়ীখন আগবাঢ়িল । গাড়ীখন যিমানেই আগবাঢ়িল, মাইকেল সিমানেই পানীৰ তলৰ পিনে বুৰি যাবলৈ ধৰিলে । বাৰ্টে চিঞৰি দিলে গাড়ী ৰখাবলৈ কিন্তু গাড়ীৰ শব্দত ড্ৰাইভাৰে একোকে নুশুনি আৰু গাড়ী আগবঢ়াৰ আনন্দত এক্সেলেটৰ দবাই দিলে পূৰ্ণোদমে । ট্ৰাকখন ডোঙাটো পাৰ হ'ল । কিন্তু মাইকেল ? মাইকেল দেখোন ডোঙাটোৰ পানী আৰু অশোধিত তেলৰ মাজৰ পৰা উঠি নাহিল । বাৰ্টে ততালিকে ডোঙাটোলৈ নামি গ'ল । গছৰ ডালটোৰ তলত আটক হৈ পৰি থকা মাইকেলক অতি কষ্টেৰে উঠাই আনিলে, পথৰ দাঁতিত শুৱাই দিলে । বাৰ্ট আৰু মাইকেলৰ সৰ্বশৰীৰ অশোধিত তেলৰ ক'লাৰঙে আবৰা দুটা ভূত যেন দেখাইছে । অশেষ চেষ্টা কৰিও মাইকেলক বচাব পৰা নগ'ল । দৃশ্যটোৰ শব্দ আৰু দৃশ্যগ্ৰহণ সম্পাদনা আদিৰ বৰ্ণনা

মই দিব পৰা নাই । পথৰ দাঁতিতে শিলৰ মাজত মাইকেলক কবৰ দি সিহঁত আটায়ে প্ৰাৰ্থনা কৰিলে । বাৰ্ট আৰু লগৰ দুই বন্ধু তলমূৰ কৰি ৰাস্তাৰ ওপৰত ট্ৰাক দুখনৰ পিনে গৈ থাকিল ।

ট্ৰাক দুখন পুনৰ চলিবলৈ ধৰিলে ধীৰ গতিত । অকলশৰীয়া বাৰ্টৰ মুখভংগীৰ বৰ্ণনাও দিয়া সম্ভৱ নহয় । এটা সময়ত দুয়োখন গাড়ী বৈ গ'ল । মাজপথত ৰাতিটো সিহঁতে কটালে । ৰাতিপুৱা পুনৰ গাড়ী চলিল । এই গোটেই পথটোৰ ভ্ৰমণকালত ট্ৰাক দুখনে কঢ়িয়াই অনা উচ্চ শক্তি সম্পন্ন দাহ্য পদাৰ্থখিনিৰ কথা বাৰে বাৰে মনত পেলাই দিয়ে ।

ট্ৰাক দুখন বৈ গ'ল । বাৰ্ট আৰু লগৰ ড্ৰাইভাৰ দুজনো নামি আহিল । পথটো ইয়াতেই শেষ হৈছে । সম্মুখত এখন কাঠৰ দলং ওপঙি আছে । দলংখনৰ এটা মূৰ পাহাৰৰ দাঁতিত লাগি আছে, দুডাল লোহাৰ ৰছীৰে আনটো মূৰ বান্ধি ৰখা হৈছে ওপৰৰ গছ দুডালত । বাৰ্ট দলংখনত উঠি শূন্যত ওপঙি থকা মূৰটো পালেহি । দলংখনৰ কেইবাচটাও কাঠ গুৰি গৈছে, কিন্তু আগলৈ যাবলৈ হলে ট্ৰাকখন পিচুৱাই এই দলঙত তুলিব লাগিব । তাৰ পিছত আগবাঢ়ি ওপৰলৈ উঠি যোৱা পথটোৰে আগুৱাই লৈ যাব লাগিব পাহাৰৰ সিপাৰৰ শোধানাগাৰলৈ । বহুসময় দলংখন পৰীক্ষা কৰিলে । লগৰ দুজনে ঘূৰি যোৱাৰ প্ৰস্তাৱ দিলে । কিন্তু ঘূৰি যাবলৈকো যে গাড়ী ঘূৰাবলৈ এই দলঙৰে সহায় লব লাগিব । তাতকৈ দলঙত গাড়ী ঘূৰাই আগুৱাই যোৱাই ভাল । বাৰ্টে ট্ৰাকখন চলাই দিলে, লগৰ দুজনে দলঙৰ পৰা ট্ৰাকখন বেক কৰাৰ বাবে নিৰ্দেশ দি গ'ল । লাহে লাহে ট্ৰাক পিছুৱাই আহি আছে । এচটা পচাকাঠ ভাগি যোৱাত চকাটো ফাচি গ'ল । বাৰ্ট নামি আহিল, লগৰ দুজনৰ সহায়ত অইন এচটা কাঠেৰে, চকাটো আৰু বেছি তললৈ সোমাই নোযোৱাকৈ ধৰি ৰাখিলে । প্ৰথম ট্ৰাকখন কোনোমতে আগুৱাই নি ওপৰৰ পথটোত ৰখাই থৈ বাৰ্ট নামি আহিলে । দ্বিতীয়খন ট্ৰাক বেক কৰি আহি আছে । বাৰ্ট দলঙৰ ওলমি থকা মূৰটোত থিয় হৈ ভাগি যোৱা পচাকাঠছটাৰ কাষেৰে ট্ৰাকখন কাটি অনাৰ বাবে নিৰ্দেশ দি পিচুৱাই আহি আছে । লাহে লাহে ট্ৰাক পিছুৱাই গৈ আছে । – বাৰ্টেও পিচুৱাই গৈ একেবাৰে দলঙৰ দাঁতিত থিয় হৈ আছে । আৰু এখোজ দিলেই বাৰ্ট তললৈ পৰি যাব । তেওঁৰ ভৰিত লাগি দলঙৰ মূৰত থকা ৰেলিংখন পৰি গ'ল । বাৰ্ট কোনোমতে ট্ৰাকৰ পিছপিনে ধৰি ওলমি থাকিল । ৰেলিঙৰ কাঠবোৰ পাহাৰৰ তললৈ গৈ আছে শূন্যতে উপঙি । বাৰ্টে ঘূৰি চালে । ৰেলিংখন গৈ তলত পৰি চূৰ্ণ বিচূৰ্ণ হ'ল । ঘামি গ'ল বাৰ্ট । লাহে লাহে নামি তেওঁ দলংখন পাৰ হৈ ৰাস্তাত উঠিল । ড্ৰাইভাৰে ট্ৰাকখন কাটি আগবাঢ়ি আহিল কিন্তু আৰু যেন আগবাঢ়িব নোৱাৰা হ'ল । বাৰ্টে ড্ৰাইভাৰ বন্ধুজনক গাড়ীখন ৰখাবলৈ কৈ অন্যপিনে গৈ দেখে ট্ৰাকৰ হুক এডাল দলংখন ওলোমাই ৰখা এফালৰ ৰছী এডালত জোটখাই দলংখন সেইপিনে

বেঁকা হৈ গৈছে । দৌৰ মাৰি বাৰ্ট ট্ৰাকত উঠিল । বন্ধু ড্ৰাইভাৰ জনে বাৰ্টক ড্ৰাইভাৰৰ আসন এৰি দিলে । বাৰ্টে খুউব সাৱধানে লাহে লাহে ট্ৰাকখন আগুৱাই নিলে । হুকত লাগি থকা ৰছীডাল বেঁকা হৈ গ'ল, দলংখনৰ আনটোফাল এৰাই যাবলৈ ধৰিলে । ট্ৰাকখন ৰছীডালত জোট খাই খাই আগবাঢ়ি থাকিল । এটা সময়ত ট্ৰাকখন ৰাস্তাত উঠিল আৰু লগে লগে মৰমৰ শব্দ কৰি দলংখন ভাগি পাহাৰৰ তললৈ সশব্দে পৰি গ'ল । তলৰ পৰা কিছুমান ধোঁৱাহে যেন দেখা গ'ল ।

ট্ৰাক দুখন গৈ শোধানাগাৰ পালে । বাৰ্ট আৰু লগৰ বন্ধু দুজনে কঢ়িয়াই অনা পনীয়া পদাৰ্থখিনি যথাস্থানত খালী কৰি ৰাতিটো তাতেই কটালে । পিছদিনা ৰাতিপুৱাই তেওঁলোক ট্ৰাক দুখন লৈ ৰাওনা হ'ল নিজৰ চহৰখনলৈ । এইবাৰ তেওঁলোকে আনন্দমনে নিশ্চিতে ট্ৰাক চলাই যাবলৈ ধৰিলে । বাৰ্টৰ ট্ৰাকখন পিছে পিছে গৈ আছে । বন্ধু দুজনে গীত গাই গাই আগে আগে গৈ আছে । গৈয়েই তেওঁলোকে বাকী থকা টকাখিনি লব, তাৰ পিছত নিজৰ নিজৰ পৰিয়ালৰ লগত কিছুদিন নিশ্চিন্ত মনে খাই থাকিব পাৰিব ।

কিন্তু এয়া কি হ'ল । বাৰ্টে দেখে তেওঁৰ সম্মুখত গৈ থকা ট্ৰাকখন দেখোন পথৰ পৰা আঁতৰি পাহাৰৰ তলৰ পিনে গতি কৰিছে । বাৰ্টে তেওঁৰ ট্ৰাকখন ৰখাই দিলে । বন্ধু দুজনৰ চিঞৰ আৰু ট্ৰাকখন গৈ পাহাৰৰ তলিত চূৰ্ণ বিচূৰ্ণ হৈ যোৱাৰ প্ৰচণ্ড শব্দ শুনা গ'ল । তাৰ পিছত জুই জ্বলি উঠিল ।

বাৰ্টে চাই থাকিল ধ্বংস হৈ যোৱা ট্ৰাকখনলৈ । টুকুৰা টুকুৰকৈ সিঁচৰতি হৈ পৰি আছে দুই বন্ধুৰ মৃতদেহ ।

এখন ট্ৰাক যেন মৌন বেদনাত লাহে লাহে নামি গৈ আছে ভৈয়ামৰ পিনে ।

এই ছবিখনৰ কাহিনীভাগ কিছু সাল সলনি কৰি উপন্যাস আকাৰেও প্ৰকাশ কৰা হৈছে । কিন্তু এই ছবিখনৰ বিশেষত্ব কাহিনী ভাগতকৈও চলচ্চিত্ৰ ৰূপটোহে । সম্পূৰ্ণ চাক্ষুস মাধ্যমেৰে দৃশ্যগ্ৰহণ কৰি সম্পাদনা আৰু আবহসঙ্গীতৰ সহায়ত এখন সৰ্বাঙ্গ সুন্দৰ ছবি নিৰ্মাণত হে পৰিচালকৰ কৃতিত্ব বেছি । সংলাপৰ যেন কোনো প্ৰায়োজনেই নাই । সম্পূৰ্ণ চলচ্চিত্ৰৰ ভাষাৰে নিৰ্মাণ কৰা হৈছে ছবিখন । লিখিত ভাষাৰে যেন ছবিখনৰ ভাষা বৰ্ণনা কৰা নাযায় । আৰম্ভণীৰ পৰা শেষলৈ ছবিখন শ্বাসৰুদ্ধ কৰি চাই থাকিব লগীয়া হয় । বিস্ফোৰক পদাৰ্থ লৈ যোৱা ট্ৰাক দুখন গন্তব্যস্থান পাবনে এই চিন্তাই আমাক প্ৰতিমুহূৰ্ততে ৰোমাঞ্চিত কৰি লৈ যায় । ছবিৰ শেষৰ পিনে আৰু এটা কথা অনুভৱ কৰা যায়, এখন ট্ৰাকৰ দ্বাৰাইয়ো যে অভিনয় কৰাব পাৰি, দৃশ্য গ্ৰহণ, সঙ্গীত, সম্পাদনাৰ সহায়ত, তাকে পৰিচালকে পাৰদৰ্শিতাৰে প্ৰকাশ কৰিছে দুঠাইত । শোধানাগাৰত বিস্ফোৰক পদাৰ্থ খিনি থৈ সুকলমে কাম সমাধা কৰি ঘূৰাৰ পৰত আনন্দত আত্মহাৰা হৈ ট্ৰাক চলাই নিছে বাৰ্টে । বিপদসঙ্কুল পথটো যেন এতিয়া সহজ হৈ পৰিছে । সুহুৰিয়াই সুহুৰিয়াই ট্ৰাক চলাইছে বাৰ্টে । পথৰ একাষৰ পৰা আনটো কাষলৈ

একাবেঁকা গতিবে চলিছে ট্ৰাক যেন সংগীতৰ তালে তালে নাচি নাচিহে আগবাঢ়িছে ট্ৰাকখন । এই দৃশ্যটোৰ দৃশ্যগ্ৰহণৰ লগত নাচৰ সংগীতৰ তালে তালে চলা ট্ৰাকখনৰ প্ৰতিটো, সঞ্চালন, যেন এজনী বেলেৰিনাৰহে । আমি পাহৰি যাওঁ পৰ্দাত দেখি থকা ট্ৰাকখনৰ কথা । তাৰ ঠাইত মনলৈ আহে এজনী ধুনীয়া গাভৰুৰ ছন্দময় নাচ ।

অন্য ট্ৰাকখন ধ্বংস প্ৰাপ্ত হোৱাৰ পিছত বাৰ্টৰ ট্ৰাকখন গৈ থকা অৱস্থাৰ দৃশ্যগ্ৰহণ, কোনো আবহসঙ্গীত নাই । তথাপি আমাৰ মনলৈ আহে এক মৌন সমদলৰ কথা । ট্ৰাকখনে যেন বন্ধুৰ মৃত্যু বেদনাত কান্দি কান্দিহে আগবাঢ়িছে । অকল দৃশ্যগ্ৰহণ, আবহসঙ্গীত আৰু সম্পাদনাই নহয় ছবিখনৰ চিত্ৰনাট্যও ইমানেই জুখি-মাখি ৰচনা কৰা হৈছে যে ইটোৱে সিটোক সহায় কৰিছে ।

এই ছবিবোৰ বহুবছৰৰ আগেয়ে চোৱা, সেয়ে প্ৰযোজক, পৰিচালক নাইবা অন্যান্য কলাকুশলীৰ নাম মই পাহৰি গৈছোঁ । কিন্তু ছবিবোৰ পাহৰা নাই । এই ছবিবোৰৰ কিছু ছবি হয়তো পুনেৰ ফিল্ম ইনষ্টিটিউটৰ আৰ্কাইভত আছে ।



# “ক ভিভা মেক্সিকো”

১৯২৫ চন। চলচ্চিত্ৰত তেতিয়া শব্দ নাছিল। চাৰ্গি মিখনভিচ আইজেনষ্টাইনে এখন ছবি কৰিলে, নাম “বেটেলচিপ পটেমকিন”। ছবিখন মুক্তি পোৱাৰ লগে লগে গোটেই পৃথিৱীতে এক আলোড়ন সৃষ্টি হ'ল। পটেমকিনৰ নাটকীয় মুহূৰ্ত বিশেষকে বিক্ষোভকাৰী জনতাৰ দৃশ্যবোৰৰ গতিপ্ৰবাহ, ধ্বনিৰ প্ৰবাহে চলচ্চিত্ৰ সম্পাদনাৰ এক নতুন পদ্ধতি আনি দিলে। এই পদ্ধতিৰ আইজেনষ্টাইনে নাম দিলে “মণ্টাজ”। খুব কম সময়ৰ ভিতৰতে আইজেনষ্টাইন আৰু মণ্টাজ দুয়োটা নামেই চলচ্চিত্ৰ জগতত জনাজাত হৈ পৰিল।

৫ ডিচেম্বৰ ১৯২৬ চন। ‘পটেমকিন” আমেৰিকাত দেখুওৱা হ'ল আৰু লগে লগে হলিউডৰ “মোট্ৰো গোল্ডেন মেয়ৰ, ইউনিভাৰ্চেল ইণ্টাৰনেচনেল, ইউনাইটেড আৰ্টিষ্ট, পেৰামাউণ্ট আদি কেইবাটাও ষ্টুডিঅ'ই আইজেনষ্টাইনক হলিউডলৈ অনাৰ চেষ্টা চলালে। ১৯৩০ চন। প্ৰথমে চাটাৰ্চগোল্ড তাৰ পিছত “এন আমেৰিকান ট্ৰেজেডি” দুখনো চিত্ৰনাট্য আৰু বিশদভাৱে স্কেচ আদি তৈয়াৰ কৰিলে আইজেনষ্টাইনে। কিন্তু পেৰামাউণ্টে দুয়োখন চিত্ৰনাট্যই [illegible] অনুমোদন নকৰাৰ বাবে আইজেনষ্টাইনে হলিউড এৰিবলৈ বাধ্য হ'ল।

এটা নতুন মন লৈ আইজেনষ্টাইন মেক্সিকো পালেহি। আমেৰিকাৰ বিখ্যাত উপন্যাসিক উপট্ৰন চিনক্লেয়াৰৰ পত্নীৰ প্ৰযোজনাত “ক ভিভা মেক্সিকো” নামৰ ছবি এখন কৰাৰ বাবে, তেওঁ, আলেকজেণ্ডাৰ আৰু কেমেৰামেন টিচি আহি মেক্সিকো চিটি পোৱাৰ লগে লগে মেক্সিকোৰ পুলিচে তেওঁলোকক গ্ৰেপ্তাৰ কৰিলে। সেই সময়ত মেক্সিকোৰ লগত ৰাছিয়াৰ কোনো ৰাজনৈতিক সম্বন্ধ নাছিল। কিন্তু আনভাজ দেনভায়ো নামৰ স্পেইনৰ ৰাষ্ট্ৰদূত, আলবাৰ্ট আইনষ্টাইন, জৰ্জ বাৰ্ণাৰ্ড শ্ব আৰু চাৰ্লিচেপলিনৰ পৰা মেক্সিকো চৰকাৰে যেতিয়া আইজেনষ্টাইনৰ বিষয়ে জানিলে তেতিয়া ক্ষমা খুজি তেওঁলোকক এৰি দিয়া হ'ল আৰু চৰকাৰৰ ফালৰ পৰা যিকোনো সহায় কৰিবলৈ প্ৰতিশ্ৰুতি দিলে।

আইজেনষ্টাইনে মেক্সিকো পায়ে কামত লাগি গ'ল । অনিটা বেনাৰৰ "আইডল বিহাইণ্ড অলটাৰ" নামৰ কিতাপখন আইজেনষ্টাইনে আগতেই পঢ়িছিল আৰু এই কিতাপখন পঢ়াৰ পিছতেই আইজেনষ্টাইন মেক্সিকোৰ ওপৰত ছবি এখন কৰাৰ কথা ভাবি আছিল ।

উপটন চিনক্লেয়াৰৰ লগত আইজেনষ্টাইনৰ বন্দবস্ত মতে তেওঁ তিনি চাৰিমাহৰ ভিতৰতে ছবিখন শেষ কৰাৰ কথা আছিল, কিন্তু মেক্সিকো পাই আইজেনষ্টাইনে বিভিন্ন ঠাই ঘুৰি ঘুৰি মেক্সিকো সম্বন্ধে জ্ঞান আহৰণ কৰোতেই তিনিমাহ পাৰ হৈ গ'ল । প্ৰাচীন মায়া সভ্যতাৰ পৰা আৰম্ভ কৰি বৰ্তমানৰ আধুনিক মেক্সিকোৰ সভ্যতা, কৃষ্টি, সাহিত্য, ইতিহাস, কৰ্ম, সমাজ সকলোবোৰ বিষয়ৰে পুঙ্খানুপুঙ্খভাৱে আইজেনষ্টাইনে জ্ঞান আহৰণ কৰিলে । গতিকে তেওঁ কিছু বেছি সময় বিচাৰি চিনক্লেয়াৰক কণ্ট্ৰাক্ট সলনিৰ বাবে অনুৰোধ কৰিলে । চিনক্লেয়াৰ মান্তি হ'ল । আইজেনষ্টাইনে প্ৰথমতে চমুকৈ নক্সা এটা তৈয়াৰ কৰিলে, কবিতাৰ দৰে তেওঁ ভাষা । জীৱন আৰু মৃত্যু, মুনিহ আৰু তিৰোতাৰ প্ৰেম আৰু ভগৱানত অটল বিশ্বাস । মৃত্যু আৰু প্ৰেম, শৰীৰ আৰু আত্মা ।

" মেক্সিকোৰ সকলো মানুহেই দীঘলীয়া পটি থকা চাদৰ ব্যৱহাৰ কৰে । ঠিক এই চাদৰৰ দৰেই তেওঁলোকৰ সংস্কৃতি, এই পটিবোৰৰ আকৌ ইটোৰ লগত সিটোৰ সাংঘাতিক অমিল । যুগ যুগ ধৰি ই এনেকৈয়ে চলি আহিছে । এইটোকেই আমি আমাৰ ছবিৰ কৰণীয় বিষয়বস্তু হিচাপে লওঁহক আৰু এই বিপৰীতধৰ্মী ৰঙৰ ব্যৱহাৰৰ দৰেই আমাৰ ছবিও ৬টা ভাগত ভগাই লওঁ ................ ।

"মৃত্যু । মানুহৰ মূৰৰ খোলা আৰু শিলৰ মূৰৰ খোলা । বীভৎস 'আজটেক' দেৱতাবোৰ আৰু ভয়াবহ 'ইউকেটান' মূৰ্তিবোৰ । .............. এখন পৃথিৱী বহুবছৰৰ পুৰণি, এতিয়া আৰু নাই ................ শিলৰ মুখবোৰ, মানুহৰ সঁচা ৰক্ত মাংসৰ মুখ ............ একে মানুহ যি হেজাৰ বছৰ আগতে বাস কৰিছিল । আঁতৰাব নোৱাৰা, সলনি নোহোৱা । মেক্সিকোৰ মানুহবোৰৰ মৃত্যু সম্বন্ধে যি ধাৰণা-মৃত্যু আৰু জীৱন । এজনৰ মৃত্যু অন্য এজনৰ জন্ম । ই বৃত্তাকাৰে ঘূৰিছে । আৰু মেক্সিকোবাসীয়ে এই ঘূৰ্ণায়মান বৃত্ত উপভোগ কৰিছে । মৃত্যু দিন, প্ৰতিবছৰে এটা দিনত মেক্সিকোৰ মানুহবোৰে ৰাজহুৱাভাৱে পালন কৰে এই উৎসৱ । বছৰৰ ভিতৰতে আনন্দ আৰু উপভোগৰ দিন ..... । আইজেনষ্টাইনে এইখিনিকে লৈ তেওঁৰ চিনোৰিঅ' বহলাই লিখিছে । ছটা বিভিন্ন খণ্ডত চিনেৰিঅ' সমাপ্ত । এই খণ্ডবোৰক আইজেনষ্টাইনে নভেলা বুলি কৈছিল । দহ ৰিলত গোটেই ছবিখন সমাপ্ত কৰিবলৈ তেওঁ মনস্থ কৰিলে ।

## ।। প্রল'গ ।।

প্রস্তাৱনাত সময়ৰ লেখ নাই । ই আজিও হ'ব পাৰে

ই বিশ বছৰ আগতেও হ'ব পাৰে ।

নাইবা হাজাৰ বছৰ আগতে ।

কাৰণ, ইউকেটানৰ বাসিন্দাসকলে, ভগ্নাৱশেষ আৰু বিৰাট পিৰামিডবোৰৰ মাজত ঠগ, গড় নাইবা আচাৰ-ব্যৱহাৰৰ এতিয়াও পুৰণি মায়া সভ্যতাৰ তেওঁলোকৰ পূৰ্ব পুৰুষসকলৰ দৰেই জীয়াই আছে ।

শিল................

দেৱতা.............

মানুহ...............

এই সকলোবোৰেই প্ৰল'গত অভিনয় কৰে ।

কোনো এক অজান মুহূৰ্তত ..................

ইউকেটান ভূমিৰ চৌদিশে মন্দিৰত, ধৰ্মমন্ত্ৰৰ তালে তালে পিৰামিডত ।

মৃত্যুৰ ছন্দে ছন্দে, য'ত বৰ্তমানৰ লগত অতীতে বিৰাজ কৰি আছে, তাৰেই আমাৰ ছবিৰ সূচনা কৰিম ।

অতীতৰ সাংকেতিক চিন হিচাপে, অতীতৰ মায়া সভ্যতাক বিদায় জনোৱাৰ বাবে শৱ যাত্ৰা আৰম্ভ হ'ল ........... । মেক্সিকোৰ বিখ্যাত শিল্পী ডেভিদ চিকৰোৰ "বেৰিয়েন অৱ বাৰ্কাৰ" নামৰ ফ্ৰেস্কোৰ আৰ্হিৰে আইজেনষ্টাইনে এই শৱ যাত্ৰাৰ দৃশ্যবোৰ লৈছিল । শেষৰ পিনে তেওঁ দিব বিচাৰিছিল মৃত্যুৰ পিছতে নতুন জীৱন । স্বপ্নহীন মৃত্যুৰ বিশ্ৰামৰ পিছতে আমি দেখিবলৈ পাম গাভৰু চকুৰ স্বপ্ন, নৈৰ দৰে বৈ যায় তাই, প্ৰেমিকক বিচাৰি যায় আৰু ঘন অৰণ্যৰ মাজত, লোকচক্ষুৰ অন্তৰালত দুয়োৰো স্বৰ্গীয় মিলন হয় — জীৱনৰ চৰম সত্য । এজনৰ মৃত্যুৰে অন্য এজনৰ জন্ম । আইজেনষ্টাইনে প্ৰল'গৰ লগত চিনেৰিওৰ এই দৃশ্যখণ্ড চান দুঙ্গাৰ দৃশ্যবোৰ সজাই এই ভাব সৃষ্টি কৰাত সফল হৈছিল ।

## ।। ফিয়েষ্টা ।।

অমানুষিকতা, ৰহস্য আৰু জাকজমকতা ।

স্পেইনৰ কলোনিয়েল যুগৰ দৰেই, শিলৰ খুটা, বেৰ আৰু গীৰ্জাৰ বেদীৰ ধুনীয়া নক্সাবোৰ ।

স্পেইনৰ ভাস্কৰ্য শিল্প, সাজ সজ্জা, ষাঁড় যুঁজ, ৰহস্য আৰু প্ৰেম....... সকলোবোৰেই এই নভেলোত দেখা যায় ।

মেক্সিকোৰ স্বাধীনতা আন্দোলনৰ আগৰ কথা ।

গৰ্ডদানুপ'ৰ হলি ভাৰ্জিনৰ উপাসনাৰ বাবে বছৰেকীয়া উৎসৱৰ বন্ধৰ দিন ।

মন্দিৰৰ নৃত্য শিল্পীসকলে জাকজমক সাজ সজ্জা আৰু মুখা আদি পিন্ধিছে ।...........

আৰু এই দিনটোৰ বিশেষ আকৰ্ষণ, ষাঁড় যুঁজৰ বাবে মাটাদোৰসকলে দামী কাপোৰ-কানি পিন্ধি ওলাইছে, সোণালী, ৰূপালী ফুলবচা তেওঁলোকৰ কাপোৰ...... মুকলিমূৰীয়া পিকাডোৰ লেহেমীয়া ডনজুৱান বেৰোনিটো । তেওঁ তেওঁৰ সাজসজ্জাৰ বাবে বেছি মনোযোগী, কাৰণ দৰ্শকৰ আগত ওলাওতে তেওঁক সুন্দৰ দেখুৱাব লাগিব । এয়া যে ষাঁড় যুঁজতকৈয়ো বেছি কষ্টকৰ কাম ।

তেওঁৰ অইন এজনৰ ঘৈণীয়েকৰ লগত সাক্ষাৎকাৰ আছে । গতিকে লৰালৰিকৈ সাজি-কাছি তেওঁ মোটৰ গাড়ীৰে হলি ভাৰ্জিনৰ চেপেললৈ যাত্ৰা কৰিলে । হলি ভাৰ্জিন ষাঁড় যুঁজৰ দৰে ভয়াবহ শিল্পৰ পৃষ্ঠপোষক । হলি ভাৰ্জিনৰ আগত আঠুলৈ প্ৰাৰ্থনা কৰি উঠিছে এই বিখ্যাত মাটাদোৰে, উলহ মনেৰে তাৰপৰা আঁতৰি তেওঁৰ ঘৰলৈ গ'ল । নিৰব, নিস্তব্ধ ঘৰত মাকে তেওঁৰ বাবে বৈ আছে । তেওঁ মাকৰ পৰা বিদায় ললে ।

বিদায় ....... । হয়তো শেষ বাৰৰ বাবে ।

আইজেনষ্টাইনে এই মাকৰ চৰিত্ৰটোৰ বাবে এখনি মুখ বিচাৰি উলিয়াইছিল যাৰ লগত তেওঁৰ নিজৰ মাকৰ সাদৃশ্য আছিল । আইজেনষ্টাইনে মাকক খুবেই ভাল পাইছিল অথচ দুয়ো দুয়োৰো ওচৰত থাকিব নোৱাৰিছিল ।

বেৰোনিটোৰ চৰিত্ৰটোৰ বাবে তেওঁ বিখ্যাত ষাঁড় যুঁজৰ মাটাদোৰ ডেভিদক বাছি লৈছিল ।

বেৰোনিটোই ষাঁড়টোৰ লগত যুঁজি আছিল, দৰ্শকৰ হাত চাপৰিত হাঁহিছিল । ষাঁড়ৰ লগত যুঁজি দৰ্শকক আনন্দ দিয়েই যেন বেৰোনিটোই আনন্দ পায় । আৰু দৰ্শকৰ মাজত সেয়া কাৰ মুখ ? সেয়া যে তেওঁৰ প্ৰেমিকা, 'বুল ৰিঙৰ ৰাণী ... ষাঁড়টোৱে মাটাদোৰৰ ঘোঁৰাটোক শিঙেৰে খুচি দিলে । ঘোঁৰাৰ লগতে বেৰোনিটোও ধৰাশায়ী হ'ল ।

আনহাতে বজাৰৰ চাৰিআলিত ......... নৃত্য শিল্পীসকলে নাচি আছে ।

যদিও চিনেৰিঅ'ত নাই, আইজেনষ্টাইনে এইখিনিতে "পেনিটেনতে" সমদল যাত্ৰা বিশেষভাৱে দেখুৱাই (যীশু আৰু চোৰ দুজনক লৈ সমদল যাত্ৰা) মেক্সিকোৰ ধৰ্মভীৰু ভাবধাৰাৰ প্ৰকাশ কৰিব বিচাৰিছিল । এই সমদল যাত্ৰাৰ বাবে তেওঁ ঠাই বাচি উলিয়াইছিল ইজামেলৰ মন্দিৰৰ ওপৰত । ইজামেলৰ মন্দিৰ ভাঙি কেনেকৈ বিচপ ৰণ্ডাই খৃষ্টান মনাস্ত্ৰি গঢ়িছিল তাক দেখুৱাবৰ বাবেই এই সমদল যাত্ৰা শেষ কৰিব

বিচাৰিছিল মৰ্নাস্ত্ৰিৰ ওচৰত । ফিয়েষ্টা নভেলাৰ এই যীশুৰ আৰু চোৰ দুজনৰ ক্ৰুচিফিকেচনৰ অইন এটা অৰ্থ আছে — মাণ্ডই নভেলাৰ পিয়ন তিনিজনক জীৱন্তে মাটিত পুতি মৰাৰ দৰেই যীশুৰ এই হত্যা । এই পেনিটেনতে প্ৰচেচন যেন পিয়ন তিনিটাক লৈ যোৱা প্ৰচেচনৰে পুনৰাবৃত্তি ।

মেক্সিকোৰ চিৰাচৰিত প্ৰথাৰ দৰেই ধৰ্ম আৰু সংকেত "ক ভিভা মেক্সিকোৰ" সকলোখিনিতে বিদ্যমান । তথাপি আইজেনষ্টাইনে সৰ্বসাধাৰণ লোকৰ কথা পাহৰি যোৱা নাছিল । স্পেইনৰ কবলত থাকিলেও মেক্সিকোত তেওঁলোকৰ পুৰণি নাৰী প্ৰধান সমাজখন যে এতিয়াও আছে তেওঁ তাকেই বুজাব বিচাৰিছিল ।

তেওঁৰ মূল সূত্ৰ জন্মৰ পিচত মৃত্যু । আগতেই কৈ আহিছোঁ যে আইজেনষ্টাইনে "চানডুঙ্গা" নভেলাৰ মানুহৰ যৌন মিলনৰ দৃশ্যকেইটাৰে প্ৰল'গৰ সামৰণি মাৰিছিল ।

## ।। চানডুঙ্গা ।।

পূব আকাশত উঠি অহা সূৰ্য্যটোৱে ৰোধিব নোৱাৰা কিৰণেৰে জন্মৰ বাতৰি আনে । অন্ধকাৰ জঙ্গল ভেদি ৰ'দবোৰ নামি আহে ............ ইণ্ডিয়ান গাভৰুৱে নৈৰ পানীত স্নান কৰে-গীত গায় । ধীৰ, পুৰণিৰ দৰে । স্বপ্নৰ দৰে আনন্দময়ী সিহঁতৰ গীত "ওৱেকাচকা" গীত — চানডুঙ্গা ।

নিজৰ ৰূপত গৰবিনী, প্ৰাকৃতিক সৌন্দৰ্য্যৰে ভৰা তাইৰ যৌৱন । যুৱতীহঁতৰ মাজতে যেন তাই এক কথাত ৰাজকুঁৱৰী । নাম তাইৰ কনচেপচিয়ান ।

সোণৰ মোহৰৰ হাৰ জিলিকিছে তাইৰ ডিঙিত, উঠন বুকুৰ জিলিকনি কঁপে ঘনে ঘনে । এটা এটাকৈ মুদ্ৰা সাচিছে তাই সৰুৰে পৰা, কঠোৰ কৰ্মৰ বিনিময়ত আৰ্জিত মুদ্ৰাবোৰ, যোড়শী গাভৰু হৈ পিন্ধিব সোণৰ মোহৰৰ হাৰ ........ । সেয়েহে কনচেপচিয়ান ইমান মোহলগা

"অ" আমি সপোনত বুৰগৈ পাহৰিয়ে গৈছোঁ ছোৱালীবোৰে বজাৰত কেনেদৰে কাম কৰে । যেতিয়া ছোৱালীবোৰে বজাৰত কিবা এটা বিক্ৰী কৰে তাই ভাবে সেই হাৰৰ কথা, মনতেই গণি থয় — আৰু সোণ, আৰুনো কিমান মোহৰ বাকী আছে পাবলৈ — তাইৰ সোণৰ মোহৰৰ হাৰডাল হ'বলৈ ।

কনচেপচিয়ানে এক মধুৰ আমেজত হাৰডাল চুই চায় .... উঠন বুকুৰ উশাহত হাৰ লৰি উঠে, হাত লৰি উঠে । তাইৰ ৰূপহী দেহৰ ৰূপহী ভাঁজত ........ তাইৰ প্ৰেমিকে ...... অবুনভিঅ'ই তাইক প্ৰস্তাৱ কৰে । আৰু এতিয়া — ।

দৰাৰ মাকজনী বাস্তববাদী । মাকে তেওঁৰ মানুহ পঠিয়াই কইনাৰ ঘৰলৈ,

সকলোবোৰ যৌতুকৰ বস্তু ঠিক মতে দিয়া হৈছেনে নাই চাবলৈ । সকলোবোৰ খাটি হয়নে নহয় পৰীক্ষা কৰিবলৈ ।

অভিজ্ঞ বুঢ়ীহঁতে পিতপিতাই চায়, ভেলভেট চুই চায়, পাটৰ কাপোৰবোৰ শুঙি চায় আৰু সোণৰ মোহৰ । সকলো ঠিক আছে । বিবাহ উৎসৱ আৰম্ভ হয় । কনচেপচিয়ানৰ বান্ধৱীহঁতে উপহাৰ আনে ......... হোৱেনটোপক গাঁওখনত উলহ মালহ লাগে ।

বিবাহৰ ঘণ্টা ধ্বনিৰ সুৰে সুৰে, হাতে হাতে তাল গছৰ ঠাৰি লৈ তেওঁলোকে আগবাঢ়ে বিবাহ বাহৰলৈ । যেতিয়া সকলো উলহ মালহৰ সাম কাটে, দৰা-কইনাই তেওঁলোকৰ নিজৰ বুলি সময়খিনি পায়, কনচেপচিয়ানে সকলো গৰ্ব, জীৱনৰ সৰ্বস্ব অবুনভিঅ'ক দি দিয়ে – গৰ্ব ......সৰ্বস্ব ...... সোণৰ মোহৰৰ হাৰডাল ।

সময় গৈ থাকে, নতুন ফুলৰ আগমনিৰ লগে লগে ........ কনচেপচিয়ান এতিয়া সুখী – এজনী মাতৃ ।

শান্ত আনন্দ ভৰা গীতৰ লগে লগে হোৱেনটোপক গাঁওৰ ৰোমাঞ্চ শেষ হয় ।

চানডুঙ্গা নভেলা পৰিচালনাৰ সময়ত "পোটেমকিনৰ বিদ্ৰোহী পৰিচালকক আমি পাহৰি যাওঁ । আমি পাওঁ এজন নতুন আইজেনষ্টাইন, প্ৰেমিক – সৌন্দৰ্য্যৰ পূজাৰী । যদিও ক' ভিভা মেক্সিকোৰ মূল সূত্ৰৰ বাবে চানডুঙ্গাৰ গল্পটো দৰ্কাৰ, আইজেনষ্টাইনে মেক্সিকোত প্ৰেম বিচাৰি পোৱা নাছিল । বৰং নাৰী প্ৰাধন সমাজ এখনহে তেওঁৰ চকুত ভাঁহি আছিল আৰু এই নাৰী প্ৰধান সমাজত সকলোৱে বিচাৰিছিল এখনি ঘৰ, প্ৰেম নহয় । আৰু এসময়ত এই নাৰী প্ৰধান সমাজতে পুৰুষ সিংহ গৰজি উঠিল স্বাধীনতাৰ বাবে, বিদেশী শাসকৰ কবলৰ পৰা মুক্তি পাবৰ বাবে । এই বিদ্ৰোহেই 'মাগুই" গল্পৰ প্ৰধান সূত্ৰ ।

## ।। মাগুই।।

আক্ৰমণাত্মক, পুৰুষত্ব, দাম্ভিকতা আৰু তপস্যা ।

ফিউদেল ইষ্টেট, বিদেশী স্পেইনৰ শাসকসকলৰ দুৰ্জেয় প্ৰাচীৰ আৰু মেক্সিকোৰ কেকটাচ গছবোৰ ৰাতিপুৱাৰ আগতে ......... শিলৰ দেৱালবোৰত ....... শুনা যায় এটি কৰুণ গীত ।

"এল আনবাদৌ" পিয়নসকলে এই গীতটোৰ নাম দিছে । কামলৈ যোৱাৰ আগতে সিহঁতে এই গীত গায় । চেবাষ্টিয়ান নামৰ পিয়নটোৱে কাম কৰা মাগুই পথাৰলৈ মাৰিয়াৰ দেউতাকে মাৰিয়াক লৈ আহে তাক গটাই দিয়াৰ বাবে । নিয়মানুসৰি, চেবাষ্টিয়ানে তাৰ হ'ব লগা পত্নীক তাৰ মালিকৰ ওচৰলৈ লৈ যাব লাগিব শ্ৰদ্ধা নিবেদনৰ বাবে ।

জমিদাৰৰ ঘৰৰ চৌদিশে পহৰা দি আছে “চাগেচ” বোৰে । সিহঁতে চেবাষ্টিয়ানক ভিতৰলৈ যাবলৈ নিদিলে । জমিদাৰে বন্ধু-বান্ধবৰ সৈতে মদ খাই আছে, এনেতে মাৰিয়াক লৈ অহা হ'ল । জমিদাৰে তেওঁৰ ৱেষ্টপকেটৰ পৰা কেইটামান মোহৰ উলিয়াই মাৰিয়াৰ হাতত দিলে । এনেতে এখন ঘোঁৰাগাড়ী আহি সন্মুখত ৰ'ল । জমিদাৰৰ গাভৰু জীয়াৰী “চাৰা” আহিছে ........ ব্যস্ততাৰ মাজত মাৰিয়াক সকলোৱে পাহৰি গ'ল । চেবাষ্টিয়ান বাহিৰত অধৈৰ্য্য হৈ ৰৈ আছে ।

মদাপী আলহী এজন মাৰিয়াৰ দুৰ্ভাগ্য হৈ ওলাই আহিল, টানি লৈ গ'ল অন্য এটা কোঠালৈ । চেবাষ্টিয়ানৰ বন্ধু, ঘৰৰ লগুৱা এজনে এই দৃশ্য দেখি তীব্ৰবেগে গৈ চেবাষ্টিয়ানক খবৰটো দিলে । ইণ্ডিয়ান ৰক্ত গৰম হৈ উঠিল । চেবাষ্টিয়ান আগবাঢ়ি আহিল । গাৰ জোৰেৰে সি প্ৰহৰী দুজনক পেলাই দৌৰ দিলে । আৰু উপস্থিত সকলোৰে আগত থিয় হৈ জমিদাৰক মাৰিয়াক ঘূৰাই দিবলৈ ক'লে । তাক ভৰিৰে পেলাই দিয়া হ'ল । চেবাষ্টিয়ানে অইন তিনিজন পিয়নৰ সতে বিদ্ৰোহ কৰিলে, গুলী চলিলে “চাৰাচবোৰৰ বন্দুকৰ পৰা । “চাৰাচ”বোৰৰ লগত যুঁজি যুঁজি সিহঁত পিচুৱাই যাব ধৰিলে।

চাৰা নিজেও ঘোঁৰাত উঠি আগ বাঢ়িল । এজন পিয়নৰ মৃত্যু হ'ল আৰু চাৰা ....। পিয়নবোৰ দৌৰি দৌৰি কেকটাচ গছৰ মাজত সোমাল । গুলী শেষ হ'ল, সিহঁত লুকাই থাকিল । কিন্তু শেষত ধৰা পৰি গ'ল । চকুৰ বিনিময়ত চকু — সিহঁতৰ সাহসৰ বাবে মৃত্যু বৰণ কৰিব লগীয়া হ'ল । মাগুই পথাৰত সি কাম কৰিছিল । মাগুই পথাৰতে তাৰ মৃত্যু হ'ল । মাৰিয়াই আহি তাইৰ ভাবীস্বামী আৰু বন্ধু দুজনৰ মৃতদেহ পালেহি মাথোন । গললৈকে ঠিয়কৈ পুতি সিহঁতৰ ওপৰেৰে ঘোঁৰা চলাই দিয়া হৈছিল । তাইৰ বাবেই সিহঁতে মৃত্যু বৰণ কৰিব লগীয়া হ'ল ।

আগতে কোৱা হৈছে, আইজেনষ্টাইনে এই মৃত্যুৰ দৃশ্যটো যীশুৰ মৃত্যুৰ দৃশ্যৰ লগত মণ্টাজ ৰীতিৰে কৰিব বিচাৰিছিল । “ফিয়েষ্টা” গল্পত আইজেনষ্টাইনে “পেনিটেনতে প্ৰচেচন'ত যীশুৰ শেষ যাত্ৰা আৰু মৃত্যু দেখুৱাইছিল । যীশুৰ মৃত্যুৰ আৰ্হিৰে চেবাষ্টিয়ানৰ মৃত্যু দেখুৱাবৰ চেষ্টা এইখিনিতে লক্ষণীয় । যীশুৰ মৃত্যু হৈছিল দুজন চোৰৰ লগত । চেবাষ্টিয়ানৰ মৃত্যু হয় অইন দুজন বন্ধুৰ লগত, এই ত্ৰিকোণেই পিৰামিড গঠনৰ প্ৰধান আহিলা — ভগৱান, মানুহ, পৃথিৱী, এয়ে হৈছে চৰম সত্য । ধৰ্মই এইখিনিতে প্ৰাধান্য বিস্তাৰ কৰিলেও ইয়াৰ মাজেৰেই আইজেনষ্টাইনে ভৱিষ্যতৰ নতুন সমাজ এখনৰ কথা চিন্তা কৰিলে । সেয়েই ৰূপ ললে বিদ্ৰোহৰ, বিদ্ৰোহ আৰু মৃত্যুৰ মাজেৰে এখন নতুন সমাজ । গতিকে নভেলাত আমি দেখো বিদ্ৰোহ আৰু মৃত্যু । ই আইজেনষ্টাইনৰ কল্পিত নহয় বুৰঞ্জীৰ পৰাহে অনা । ১৯১০ চনত মেক্সিকোত বিদ্ৰোহ হৈছিল ।

# ।। চোলডাডেৰা ।।

আৰ্তনাদ, চিঞৰ আৰু বন্দুকৰ শব্দত কম্পমান মেক্সিকোৰ গাঁও এখন ।

প্ৰথমতে কিছুমানে বুজি নাপায় এইবোৰ কি হ'ব ধৰিছে – তিৰোতাবোৰৰ চিঞৰ বাখৰ । যুঁজত ব্যস্ত সকলোৱে ........ এই তিৰোতাবোৰ সৈনিকসকলৰ পৰিবাৰ । সৈনিক চোলডাডেৰা" যুঁজৰ আগৰণুৱা । গোটেই গাঁওখনকেই মিলিটাৰীয়ে ঘেৰি পেলাইছে ।

পাঞ্চা, এজনী তেওঁলোকৰ মাজৰে তিৰোতা, তাইৰ হাতত মেচিন গানৰ পেটি । মিলিটাৰী আগবাঢ়ি আছে ...... । এজনী কণমানি ছোৱালী কান্দি আছে, মাকে তাইক শান্ত কৰিবৰ বাবে বন্দুকৰ খালি গুলী এটা তাইৰ হাতত দিছে খেলিবলৈ ....... মিলিটাৰী গাঁৱৰ ভিতৰত সোমাল ....।

পাঞ্চাই তাইৰ গিৰিয়েকক বিচাৰি পায় । তাইৰ গিৰিয়েকো স্বাধীনতা যুদ্ধৰ যুঁজাৰু; তাৰ নাম জুৱান ।

খোৱাৰ পিছত জুৱানে পাঞ্চাৰ কোলাত মূৰ থৈ জিৰণি লৈছে, গীতাৰৰ সুৰ বাজি আছে, লগে লগে পাঞ্চাই সুৰ এটা গাই আছে । "আদেলিতা" এই সুৰৰ নাম ।

ভাগৰত জুৱানৰ টোপনি আহিল । পাঞ্চাই জুৱানৰ বন্দুকত কাৰ্টিজ ভৰাই তাৰ কাষতে থলে । বস্তুবাহানিবোৰ বান্ধিকুন্ধি তাই যাবলৈ ওলাল ।

'চোলডাডেৰা ........... ।'

"ক'লৈ যোৱা ............. ?"

কোনে জানে .... । পাঞ্চাই ঘূৰি চাই হাঁহি হাঁহি ক'লে তাৰ পিছত বাহু জোকাৰি আগবাঢ়ে । অইন তিৰোতাবোৰৰ লগত গৈ থাকে

মেচিন গান গৰ্জি উঠে, যুদ্ধৰ গাজনি । যুদ্ধ আৰম্ভ হ'ল । জুৱানেও অইনবোৰৰ লগত যুঁজি আছে । মালগাড়ীৰ তলত তিৰোতাবোৰে স্বাধীনতাৰ যুঁজাৰুহঁতৰ বাবে প্ৰাৰ্থনা কৰি আছে ।

যুদ্ধ শাম কাটে । তিৰোতাবোৰে নিজৰ নিজৰ মানুহবোৰক বিচাৰে । পাঞ্চাই বিচাৰে জুৱানক ।

আহত জুৱানক কেইজনমানে কঢ়িয়াই আনিছে, পাঞ্চাই দেখি চিঞৰি উঠে ।

আহত স্বাধীনতা যুঁজাৰু ....... তিৰোতাবোৰে তেওঁলাকৰ শুশ্ৰূষাৰ ভাৰ লয় ।

"সেয়া তোমাৰ চাদৰৰ তলত কি ?"

"নাজানো – হয়তো ল'ৰা, নহয়তো ছোৱালী" পেটটো দেখুৱাই পাঞ্চাই কয় । গৰ্ভৱতী পাঞ্চাৰ ডাঙৰ পেটটো ।

আকৌ যুদ্ধ লাগে ..... ।

মেচিন গান ....... ।

জুই ...... ।

তিৰোতাবোৰ বৈ আছে আহতসকলক শুশ্ৰূষা কৰাৰ বাবে । এইবাৰ কিন্তু জুৱান ফিৰি নাহিল । মৃতদেহবোৰৰ মাজত পাঞ্চাই জুৱানক বিচাৰি পালে। তাই তাৰ বন্দুকটো উঠাই লয়, কাৰ্ট্ৰিজৰ পেটিডাল নিজৰ কান্ধত আঁৰি লৈ তাই তাৰ মৃতদেহটো উঠাই লৈ যাব ধৰে । অইন কেইজনীমানে তাইক সহায় কৰে "আদেলিতা" কণ্ঠৰ সুৰ বাজি থাকে ।

চহৰৰ পৰা খবৰ আহে — স্বাধীনতা যুদ্ধৰ ওৰ পৰিল । সংগ্ৰাম শেষ হ'ল ....... পতাকা উৰিব ধৰিলে — সংগ্ৰামৰ বাবে, নতুন জীৱনৰ বাবে ।

চোলাডাডেৰা আইজেনষ্টাইনৰ আটাইতকৈ প্ৰিয় নভেলা । কাৰণ তেওঁ নিজেই ৰাছিয়াৰ খণ্ড যুদ্ধ দেখিছে । সক্ৰিয়ভাৱে জড়িত আছিল কৰ্মী আৰু কৃষকৰ আৰ্মিত । ইয়াৰ মাজতে তেওঁ বিচাৰি পাইছিল মানুহৰ জন্ম আৰু মৃত্যুৰ এক বিৰাট মিলন । এই নভেলা আইজেনষ্টাইনে সম্পূৰ্ণকৈ চিত্ৰায়িত কৰিব নোৱাৰিলে । কাৰণ চোলডাডেৰাক তেওঁ আটাইতকৈ শেষত চিত্ৰায়িত কৰিব বিচাৰিছিল । আৰু উপটন চিনক্ৰেয়াৰে তেওঁক সেই সময়তে কাম বন্ধ কৰিবলৈ নিৰ্দেশ দিলে । সৌভাগ্যবশতঃ "এপিলগ" তেওঁ আগতেই চিত্ৰায়িত কৰি থৈছিল । এপিলগত তেওঁ পাঁচোটা নভেলাৰ যোগসূত্ৰ আনিব বিচাৰিছিল, ক'ব বিচাৰিছিল তেওঁৰ প্ৰধান দৰ্শন । যি কথা তেওঁ প্ৰথম নক্সা তৈয়াৰ কৰোতেই প্ৰকাশ কৰিছিল জন্ম আৰু মৃত্যুৰ মিলন । এজনৰ মৃত্যুৱে অন্য এজনৰ জন্মৰ কাৰণ । অনন্ত বৃত্তাকাৰ মৃত্যুৰ দিনৰ উৎসৱ বছৰৰ ভিতৰতে আনন্দ আৰু উপভোগৰ দিন ........... ।

"এপিলগ" পঢ়িলেই আমি আইজেনষ্টাইনৰ মৃতুদিনৰ প্ৰকৃত ৰূপ নাপাওঁ । মাৰিচিটানে সম্পাদনা কৰা ছবিখন চালে (এই বিষয়ে বিশদভাৱে আলোচনা কৰিছিল মাৰিচিটানে আইজেনষ্টাইনৰ মৃত্যুৰ আগে আগে তেওঁৰ লগত থাকোতে ।) বুজিব পাৰি কিদৰে মৃত্যু দিনত আনন্দৰ মাজতে মৃত্যুমুখী মানুহৰ দুখ-বেদনা তেওঁ প্ৰকাশ কৰিব বিচাৰিছিল, কান্দোন ৰোধৰ বাবে যেন এয়া হাঁহি । দুখ পাহৰাৰ নিচুকণি ।

## ।। এপিলগ ।।

সময় আৰু স্থান, আধুনিক মেক্সিকো (১৯৩১-৩২ চন) আজিৰ মেক্সিকো শান্তি প্ৰগতি আৰু পোহৰৰ পিনে গতি কৰিছে, বিৰাট ফ্যাক্টৰী ..... ট্ৰেইন লাইন .... বিৰাট

বিৰাট জাহাজৰ বন্দৰ ...... ।

আজিৰ মানুহ..... দেশৰ নেতা, জেনেৰেল, ইঞ্জিনিয়াৰ .... নতুন মেক্সিকো গঢ়োতা । কণ কণ ল'ৰা-ছোৱালীবোৰ ভৱিষ্যত 'মেক্সিকোৰ নাগৰিকসকল । নতুন মেচিন, নতুন ঘৰ, নতুন মানুহ ....... দেশৰ নেতাসকল, ৰাষ্ট্ৰপতি, জেনেৰেল, চেক্ৰেটৰী .... এই সকলোবোৰেই মেক্সিকোৰ পুৰণি মাটিৰ মানুহ, নতুন ৰূপত ।

আধুনিক যুগত সেই পুৰণিৰ সাদৃশ্য — পুৰণিৰ ইউকেটানৰ মুখবোৰেই যেন মুখা পিন্ধা টেহোনপেনিয়াক সমদল যাত্ৰাত নাচিছে, আলাবাদা গাইছে ..... । সেই একে মুখ, কিন্তু অন্য মানুহ ।

ৰাষ্ট্ৰপতিৰ ভাষাণৰ পিছত, জেনেৰেলৰ আদেশৰ পিছত ....... মৃত্যু আহে নাচি নাচি, এটা নহয় বহুতো মৃত্যু, বহুতো মূৰৰ খোলা নৰ দেহৰ হাড় ..... ।

সেয়া কি ? সমদল যাত্ৰা ।........... পুৰণিৰ বংশানুক্ৰমে চলি অহা "কালাডেৰা" মৃত্যুৰ দিন । আনন্দময় মৃত্যু দিনৰ উৎসৱ । মেক্সিকোৰ বাসিন্দাসকলে পুৰণিৰ স্মৃতিৰ বাবে পালন কৰা মৃত্যুৰ দিন । আমাৰ ছবি আৰম্ভ হৈছিল মৃত্যুৰে । মৃত্যুময়ী এই দৃশ্যৰে পুৰণিৰ স্মৃতিতে আমাৰ ছবিৰ অন্ত পৰিল । কাৰ্ডবোৰ্ডৰ মুখাবোৰৰ পৰা জীৱন্ত মুখ দেখা যায় ; মৃত্যু আঁতৰি যায় । কণমানি ল'ৰাটোৱে মৃত্যু মুখৰ আৰ্হিৰে তৈয়াৰী চেনিৰ মূৰৰ খোলা এটা খাই খাই হাঁহে — অমৰ হাঁহি, ভৱিষ্যতৰ হাঁহি ।

এইদৰে আইজেনষ্টাইনে মানৱতাৰ অজেয় গৌৰৱ দেখুৱাব বিচাৰিছিল । এজনৰ নহয় । আমি বাচি থাকো এজনৰ কাৰণে নহয় । তেওঁ এই ছবি সম্পাদনা কৰিব নোৱাৰিলে । তেওঁৰ কল্পনা কল্পনা হৈয়ে ৰ'ল । চিত্ৰগ্ৰহণৰ সময়তে উপটন চিনক্লেয়াৰৰ লগত মনোমালিন্য হোৱাৰ ফলত তেওঁ তেওঁৰ জীৱনৰ শ্ৰেষ্ঠ সৃষ্টিৰ সম্পাদনাৰ পৰা বঞ্চিত হ'ল । কিন্তু তেওঁৰ গৃহীত চিত্ৰবোৰৰ পৰা চিনক্লেয়াৰে "থাণ্ডাৰ অ'ভাৰ মেক্সিকো", "দেথ্ দে" আদি কেইবাখনো চুটি ছবি কৰি ব্যৱসায়িকভাৱে লাভবান হ'ল । আইজেনষ্টাইনৰ মৃত্যুৰ পিছত তেওঁৰ লগত বিশেষভাৱে জড়িত থকা "মাৰিচিটানে" আইজেনষ্টাইনৰ কল্পনা অনুসৰি 'ভিভা মেক্সিকো" সম্পাদনা কৰাৰ চেষ্টা কৰিলে । চেষ্টা কৰা বুলি এই কাৰণেই কৈছোঁ যে আমি মাৰিচিটানৰ সম্পাদিত "ক ভিভা মেক্সিকোহে দেখিবলৈ পাইছোঁ, আইজেনষ্টাইনৰ সম্পাদিত ছবিখন নহয় । মাৰিচিটানে বম্বেত ছবিখন আনন্দম ফিল্ম চছাইটিত প্ৰদৰ্শন কৰোতে বাৰে বাৰে এই কথা আমাক সোঁৱৰাই দিছিল । আইজেনষ্টাইনৰ লগত বহুদিন বিভিন্ন কাৰণত 'ক ভিভা'ৰ সম্পাদনাৰ কথা তেওঁ আলোচনা কৰিছিল আৰু তেওঁৰ পৰিকল্পনাবোৰ ছবিখন সম্পাদনা কৰোতে বাস্তৱত ৰূপ দিয়াৰ চেষ্টাহে তেওঁ কৰিছে, গতিকে ছবিখন চাওঁতে যেন সেই কথাখিনি আমি মনত ৰাখো ।

কোনে জানে সেই অমৰ শিল্পীৰ হাতত 'ক ভিভা মেক্সিকোই" কেনে ৰূপ

ললেহেঁতেন । কিন্তু বৰ্তমানৰ ছবিখন চাই আৰু তেওঁৰ নোটবোৰ পঢ়ি, পৰিকল্পনাৰ কথা মাৰিচিটানৰ লিখা আৰু আলোচনাৰ পৰা জানিব পাৰি,এটা কথা নদি ক'ব পাৰি 'ক ভিভ মেক্সিকো" আইজেনষ্টাইনৰ শ্ৰেষ্ঠ সৃষ্টি হ'লহেঁতেন । আৰু এটা কথা মনলৈ আহে, পটেমকিনৰ সম্পাদনা কালত সুপ্ত সিংহ, জাগি উঠা সিংহ আৰু গৰ্জি উঠা সিংহৰ শ্বট কেইটাৰ সংঘাতত আকস্মিকভাৱে উদ্ভৱ হোৱা চলচ্চিত্ৰৰ নতুন চিত্ৰভাষা "মণ্টাজ"ৰ দৰে হয়তো আৰু কিবা নতুন সূত্ৰ আমি এই ছবিখনৰ সম্পাদনাৰ সময়ত পালোহেঁতেন । কিয়নো আইজেনষ্টাইনৰ এই দুখন ছবি তেওঁ সৃষ্টি কৰা অইন ছবিবোৰৰ লগত একেবাৰে নিমিলে । বাৰে বাৰে মাৰিচিটানৰ সম্পাদিত ছবিখন চাই আইজেনষ্টাইনৰ চিনেৰিও, চিত্ৰনাট্য আৰু এই সম্বন্ধে তেওঁৰ লিখা, চিঠিপত্ৰ আদি পঢ়ি তেওঁৰ পৰিচালিত সকলোবোৰ ছবি চাইহে মই এনেকৈ কৈছোঁ ।

---

প্ৰথম প্ৰকাশ ১৯৫৫ আসাম প্ৰতিনিধি ।
দ্বিতীয় প্ৰকাশ ১৯৬৩ চন অসম বাতৰি ।



# "লা ডলচে ভিতা"

'La Dolce Vita' ইংৰাজীত নাম দিছে 'The Sweet life', অসমীয়াত মধুৰ জীৱন বুলি ক'ব পাৰি । চলচ্চিত্ৰত নব্য ধাৰাৰ প্ৰৱৰ্তকসকলৰ অন্যতম ইটালীৰ ফ্ৰেডৰিকো ফেলিনিৰ বিশ্বজয়ী চলচ্চিত্ৰখন নিৰ্মাণ কৰিছিল ১৯৫৯ চনত, ক'লা-বগা চিনেমাস্কোপ ছবি । সচৰাচৰ তেওঁৰ ছবিত দেখাৰ দৰেই মাৰ্চেলো মাস্ত্ৰোইয়ানীয়ে এই ছবিখনতো মুখ্য চৰিত্ৰত অভিনয় কৰিছে; এজন সাংবাদিকৰ চৰিত্ৰটিৰ নামো মাৰ্চেলো । ছবিখন ভাৰতত প্ৰথম প্ৰদৰ্শিত হৈছিল ১৯৬২ চনত, বিশ্বৰ বিভিন্ন আন্তৰ্জ্যাতিক মহোৎসৱসমূহত পুৰস্কৃত নাইবা সমাদৃত হোৱাৰ পিচত ছবিখন ইংৰাজীত 'ডাব' কৰা আছিল যদিও ছবিখন বুজাত সহজ নাছিল । অৱশ্যে ফেলিনিৰ ছবিবোৰ সহজে বুজি পোৱা নাযায়, ছবিবোৰৰ বিষয়ে বিভিন্ন সমালোচকে লিখাখিনি পঢ়ি একাধিকবাৰ ছবিখন চালে আচল সোৱাদটো পোৱা যায় । কিন্তু এটা কথা ঠিক যে ফেলিনিৰ ছবিবোৰ কাৰিকৰী নাইবা অন্যান্য দিশত ইমান নিখুঁতভাবে নিৰ্মিত যে বুজি নাপালেও ছবিখনৰ প্ৰতি আকৃষ্ট নহৈ নোৱাৰি, এবাৰ চালে পুনৰবাৰ চাবলৈ মন যায় । বুজিবলৈ ইচ্ছা হয় । তেওঁৰ ছবিৰ বিষয়ে সমালোচনা নপঢ়া বা একাধিক বাৰ ছবিখন নাচালেও দৰ্শকে কিন্তু এখন মহান ছবি চোৱাৰ অভিজ্ঞতা লৈ চিত্ৰগৃহৰ পৰা ওলাই আহে । তাতেই পৰিচালকৰ কৃতিত্ব ।

ফুটবল ফিল্ড এখনৰ অন্যপিনৰ গোলপোষ্ট, বিশাল পথাৰখন আৰু তাৰ সিটোফালে অতীতৰ ৰোম সম্ৰাটৰ প্ৰসাদলৈ দূৰৈৰ পাহাৰৰ নিজৰাৰ পৰা পানী কঢ়িয়াই অনা প্ৰায় বিশফুটমান ওখ পাথৰেৰে নিৰ্মিত বৃহৎ সুদীৰ্ঘ নলাৰ ভগ্নাৱশেষ । গোলপোষ্টৰ মাজত দুটা বিন্দু দেখা যায়, বিন্দু দুটা লাহে লাহে ডাঙৰ হৈ আহে, শব্দও লাহে লাহে কাণত পৰেহি আৰু এটা সময়ত বিন্দু দুটা দুখন হেলিকপ্টাৰ হয়, শব্দ এই উৰি অহা হেলিকপ্টাৰ দুখনৰে পাখীৰ শব্দ । হেলিকপ্টাৰ দুখনৰ এখনত যীশুখৃষ্টৰ বৃহদাকাৰৰ মূৰ্তি এটা কঢ়িয়াই আনিছে, যেন যীশুক ফাচি দিয়া হৈছে এনে লাগে । অন্য হেলিকপ্টাৰত উঠি আহিছে অন্যান্যসকলৰ লগত মাৰ্চেলো । বহুতলৰ ঘৰ কেইটামানৰ ওপৰৰ চোতালত

কিছুমান অৰ্দ্ধ নগ্ন পুৰুষ মহিলাই মদ্যপান কৰি ৰ'দ পুৱাই আছে । দুজনী গাভৰুৱে হাত জোকাৰে, মাৰ্চেলোক সিহঁতৰ লগত আমোদ প্ৰমোদৰ বাবে আহ্বান কৰে । মাৰ্চেলোই হেলিকপ্টাৰৰ শব্দৰ বাবে সিহঁতৰ কথা বুজি নাপায, অসহায় ভাব দেখুৱায় ।

পাঁচতাৰকা হোটেলৰ বিশাল ৰেষ্টুৰেণ্ট এখনত বিভিন্ন লোকৰ ভীৰ । হেজাৰ বিজাৰ পুৰুষ, মহিলা । হোটেল পৰিচালক আৰু পৰিবেশকসকল ঘূৰি ফুৰিছে টেবিলবোৰৰ চৌদিশে । খাদ্য আৰু মদৰ উভৈনদী । কেইবাখনো মঞ্চত বিভিন্ন নৃত্য গীতৰ পয়োভৰ । এগৰাকী নৃত্যৰতা নগ্ন মহিলাৰ বিকট চিঞৰৰ ভয়লগা মুখৰ দৃশ্যৰে আৰম্ভ কৰা হৈছে আৰু স্তৰে স্তৰে গোটেই ৰেষ্টুৰেণ্টখন দেখুওৱা হৈছে । শিল্পী, সাহিত্যিক, সাংবাদিক, ব্যৱসায়ী, বুদ্ধিজীৱী, বেশ্যা ; নৃত্য-গীত বাদ্যযন্ত্ৰীসকলৰ লগতে মঞ্চ চলচ্চিত্ৰ আদিৰ অভিনেতা-অভিনেত্ৰী সকলো আহিছে আমোদ প্ৰমোদৰ লগতে আবেলিৰ নৈশভোজৰ বাবে । মাৰ্চেলো আহিছে সংবাদ বিচাৰি । কথা পাতিছে বিভিন্নজনৰ লগত । কাৰোবাৰ সৈতে কথাৰ মাজতে মদ্যপান কৰিছে, কাৰোবাৰ সৈতে হয়তো মুখত দিছে মুৰ্গীৰ ঠেং এখন । বিভিনজনৰ লগত বিভিন্ন কথা । ৰাজনৈতিক, সংস্কৃতিক, ধৰ্মীয়, সামাজিক বিভিন্ন বিষয়ৰ আলোচনা । যেন একমাত্ৰ এইখন সমাজেহে ভৱিষ্যতলৈ কঢ়িয়াই নিব মানৱ সভ্যতা ।

এইদৰে ঘূৰি ফুৰোতে মাৰ্চেলোই লগ পায় সেই সময়ৰ ইটালীৰ বিখ্যাত অভিনেত্ৰী এগৰাকীক, (ওখ-পাখ সৌন্দৰ্য্যৰ ৰাণী এই অভিনেত্ৰী গৰাকী সেইসময়ৰ হলিউদত বহু ছবিতো দেখা গৈছিল, নামটো ৰীতাহেবাৰ্ড বোধহয়) লগত তেওঁৰ স্বামী । অভিনেত্ৰী গৰাকী ইতিমধ্যে নিচাগ্ৰস্ত, স্বামীৰ লগত কাজিয়া । তেওঁক সোণৰ পিঞ্জৰাত বন্ধ কৰি ৰাখি অসৎ স্বামীয়ে তেওঁৰ ধন-সম্পত্তি আৰু সৌন্দৰ্য্য সকলো লুটি নিয়া বাবে অভিনেত্ৰীয়ে স্বামীক গৰিহণা দিয়ে আৰু মাৰ্চেলোক অনুৰোধ কৰে এই মানুহৰ জংগলৰ পৰা তেওঁক আঁতৰাই নিবলৈ । বিলাসবহুল গাড়ীত উঠি দুয়ো ৰাতিৰ ৰোম নগৰী ঘূৰি ফুৰে আৰু এটা সময়ত আহি শিল্পী মাইকেল এঞ্জেলোই নিৰ্মাণ কৰা বিখ্যাত স্বৰ্গচ্যুত আদাম আৰু ইভৰ সৰ্পই বন্দীকৰি ৰখা মূৰ্তিৰে সৈতে থকা ফাউণ্টেইন বা পানীৰ ফোৱাৰাটোৰ কাষ চাপে । পানীলৈ পইচা দলিয়াই নিজৰ নিজৰ মনোকামনা ফলবতী হোৱাৰ বাবে প্ৰাৰ্থনা জনায় । মাৰ্চেলোই বুজি নাপায় এই সৌন্দৰ্য্যৰ প্ৰতিমা মানবী ভেনাচ গৰাকীয়ে তেওঁৰ পৰা কি বিচাৰে । এটা সময়ত দেখা যায় নাৰীয়ে ফোয়াৰাৰ পানী পৰি থকা সৰু পুখুৰীটোত নামি পৰে, সৰ্বাঙ্গ তিয়াই যেন সকলো কলংক কালিমা ধুই পেলায় আৰু মাৰ্চেলোক তাইৰ ওচৰলৈ আহ্বান কৰে । পানীত দুয়োৰো জলকেলী চলে বহু সময় ধৰি । কামনাৰ প্ৰতীক চয়তান সৰ্প, আদাম আৰু ইভ পুৰুষ আৰু নাৰী, স্বৰ্গচ্যুত কিন্তু শান্তিৰ জলৰ ফোৱাৰা, পুৰণি ভাস্কৰ্য্য আধুনিক নৰ-নাৰীৰ কামনা নিবাৰণৰ বাবে সুন্দৰ পৰিবেশ ।

দূৰৈৰ পৰা গাড়ী এখন আহি ৰৈ যায়, নামি আহে নায়িকাৰ স্বামী আৰু দেহৰক্ষী চাৰিজন । মাৰ্চেলোৰ কান্ধত মূৰ থৈ শান্তি পোৱা অভিনেত্ৰীয়ে সাম্যমূৰ্তিৰে আগ বাঢ়ি আছে মাৰ্চেলোৰ লগত, ধীৰে ধীৰে । স্বামী আৰু দেহৰক্ষীহঁতে অভিনেত্ৰীগৰাকীক মাৰ্চেলোৰ বন্ধনৰ পৰা আঁতৰাই নিয়ে । স্বামী-স্ত্ৰী, দুয়ো দুয়োৰে পিনে চাই আছে, স্বামীয়ে অভিনেত্ৰীৰ গালত এক পূৰ্ণহতীয়া চৰ শোধায় ; অভিনেত্ৰীয়ে দুখ আৰু অপমান জৰ্জৰিত হৈ গাড়ীত উঠি জোৰেৰে দুৱাৰ বন্ধ কৰি পূৰ্ণগতিত গাড়ী চলাই আঁতৰি যায় ।

টেলিফোন বুথ এটাৰ পৰা মাৰ্চেলোই ফোন কৰিছে তেওঁ কাম কৰা বাতৰি কাকতৰ অফিচলৈ, কথা পাতিছে সম্পাদকৰ লগত । সম্পাদকে মাৰ্চেলোক অফিচলৈ মাতি পঠিয়াই । অফিচত সম্পাদকে মাৰ্চেলোক বিখ্যাত প্ৰতিপত্তিশালী সম্ভ্ৰান্ত পৰিয়ালৰ সন্তান চিন্তাবিদ এজনৰ নৈশভোজৰ নিমন্ত্ৰণী পত্ৰখন আগবঢ়াই দিয়ে, পিচদিনাৰ কাকতত বাতৰিটো যাতে ছবিৰে সৈতে প্ৰকাশ পায়, বিশেষভাৱে লক্ষ্য ৰাখিবলৈ কয় ।

নৈশভোজলৈ যোৱাৰ বাবে সাজু হৈছে মাৰ্চেলোই তেওঁৰ সৰু 'ফ্লেট' ঘৰটোত, এনেতে গাঁওৰ পৰা তেওঁৰ আদবয়সীয়া দেউতাক আহি উপস্থিত । দেউতাকৰ পৰা মাক আৰু ভনীয়েকৰ কুশল বাৰ্তা লয়, দেউতাকৰো ; দেউতাকেও মাৰ্চেলোৰ সৰ্বাঙ্গীন শুভ কামনা কৰি অভিযোগ কৰে ঘৰৰ খবৰ নোলোৱা বাবে । মাৰ্চেলো ব্যস্ত, খুবেই ব্যস্ত । তাৰপিছত সোধে দেউতাকে কোন হোটেলত উঠিছে ।

'বাৰ' এটাত দেউতাকক আপ্যায়িত কৰাৰ পিচত ওচৰে পাজৰে ঘূৰি ফুৰা বেশ্যা কেইজনীলৈ আঙুলিয়াই মাৰ্চেলোই দেউতাকক সোধে সিহঁতৰ এগৰাকীক ৰাতিটোৰ বাবে সঙ্গী হিচাপে দেউতাকৰ প্ৰয়োজন নেকি ? দেউতাকে সোধে 'তই ক'লৈ যাবি' । কাম আছে মাৰ্চেলোৰ, গতিকে বেশ্যা এজনীক লৈ তিনিও 'টেক্সীত উঠে, দেউতাক আৰু বেশ্যাজনীক হোটেলত নমাই দি মাৰ্চেলো যায় চিন্তাবিদজনৰ নৈশ ভোজলৈ । ৰোম নগৰীৰ গণ্যমান্য শিল্পী, সাহিত্যিক ৰাজনৈতিক নেতা, চিন্তাবিদ সম্ভ্ৰান্ত পৰিয়ালৰ লোক আৰু ৰূপহীৰ ইন্দ্ৰসভা যেন এই নৈশ ভোজৰ আয়োজন । মদৰ ফোৱাৰা বৈছে, খাদ্যৰ উভৈনদী দ্ৰইংৰুম, ফুলনি সকলোতে, ভাগে ভাগে গোলাকাৰ টেবিলৰ চৌপাশে আনন্দ উৎসৱত ব্যস্ত সকলো । মাৰ্চেলো বেছিভাগৰে পৰিচিত, স্থিৰ চিত্ৰ লৈ দুপইচা অৰ্জন কৰা কেমেৰামেনসকলেও মাৰ্চেলোক চিনি পায় । কোনোবা এজনক মাৰ্চেলোই ছবি এখন দিবৰ বাবে কৈ গৃহস্বামীক লগ ধৰে । তেওঁ তেতিয়া পুৰুষ আৰু মহিলা এচামক গৰ্বেৰে কৈ আছে 'পৃথিৱীৰ ভিতৰতে মই সুখী, খুবেই সুখী' ।

কেইগৰাকীমান পুৰুষ মহিলাই প্লেনচেট' কৰিব মাৰ্চেলোকো লৈ গ'ল, বাগিচাৰ মাজেৰে জোনাকৰ পোহৰত বহি ললে বিশাল বৃক্ষতলৰ ঘাঁহনিত' । ছাঁ আৰু পোহৰৰ খেলা, দূৰৈত মহাসমুদ্ৰৰ উৰ্মিমালা, ক'লা পানী আৰু গৰ্জন । মমবাতিৰ পোহৰত

'প্লেনচেট' কৰিছে কেইজন মানে, কাগজ এখনত পইচা এটা থৈ এজনে পইচাটো ধৰিছে, তেওঁ যেন আমাৰ দেওধনীৰ দৰে জকিছে । পইচাটো একোটা আখৰ চুই দিয়ে, আখৰবোৰ শব্দ হয়, নাম হয়, বক্তব্য হয় আখৰবোৰ মিলি । এক গহীন গম্ভীৰ পৰিবেশ । উদ্বীগ্নতা, আমেজভৰা এই ৰহস্যময় আধুনিক মানৱৰ প্ৰাচীন বিশ্বাস ।

যুৱতী গাভৰুৰ হাতত ধৰি মাৰ্চেলোই অন্ধাকাৰ নিৰ্জন কৰিডৰ পাৰ হৈ নিজম কোঠা এটা পায় । চিন্তাবিদজনৰ কন্যা তেওঁ, বিদুষী মহিলা, তেওঁৰ স্বামী আৰু সন্তান সকলোৰে লগত আমি আগতেই পৰিচিত হৈছোঁ । শোৱাঘৰত ইঙ্গিতেৰে কোনো কথা নাইবা শব্দ নকৰিবলৈ সকীয়াই দি গাভৰুৱে মাৰ্চেলোক বিছনাত শুৱাই দিয়ে, নিজেও কাপোৰ খুলি বগা বেডকভাৰৰ তলত সোমাই পৰে মাৰ্চেলোৰ লগত । সঙ্গমৰত তেওঁলোক, কাষৰ কোঠাত পঙ্গু গিৰিয়েকে কাতৰ কণ্ঠত চিঞৰে, তেওঁৰ বৰ কষ্ট হৈছে।

-'তোমাৰ স্বামী ক'ত ?

-'সেই অকৰ্মণ্যটোৰ কথা নক'বা । ব'লা অইনবোৰৰ লগত মিলি যাওঁগৈ, Lets join the crowd.'

পাৰ্টিৰ পৰা ওলাই আহে মাৰ্চেলো, টেক্সি এখনত উঠি আগতে পাই অহা ৰেষ্টুৰেণ্টখনত কোনো এক নেতাৰ মধ্যৰাতিৰ প্ৰেছ কনফাৰেঞ্চলৈ যায় । তেওঁৰ সহকাৰী এজনে আহি কয় ' বাতৰিটো ইতিমধ্যে লিখি পেলাইছোঁ' ।

'মানে ?'

'জানো, তেওঁ আজি কি ক'ব । গতিকে সময় নষ্ট নকৰি কেইপেগমান মদ গলঃধৰ্ষন কৰি যাওঁ বলক ।

বাহিৰত ফটোগ্ৰাফাৰজনে সম্ভ্ৰান্ত চিন্তাবিদজনৰ নৈশভোজৰ ছবি এখন দিয়ে মাৰ্চেলোক । মাৰ্চেলোই সহকাৰীজনক ছবি আৰু পাৰ্টিৰ বিষয়ে কিছু কথা কৈ বাতৰিটো তেওঁকেই লিখি দিবলৈ কয় । টেক্সি আহি দেউতাক থকা হোটেলৰ সম্মুখত ৰয় । মাৰ্চেলো নামি পৰে । প্ৰায়োজনহঁলে এই হোটেলতে তেওঁক পাব বুলি কৈ সহকাৰীজনক যাবলৈ কয় ।

দেউতাক অশান্ত, অতিপাত মদ্যপান কৰিছে তেওঁ, বেশ্যাজনীয়ে ব্ৰাৰ ফিটা মাৰি এগিলাচ পানীয় ঢালি মাৰ্চেলোক দিয়ে । নিজেও এগিলাচ লয়, কাষতে চোফাত বহে।

'তোমাৰ বুঢ়াদেউতা, Old man এতিয়াও বেচ শক্তিমন্ত পুৰুষ ।

মাৰ্চেলোই গৌৰৱ কৰি কয় 'তেওঁ মোৰ দেউতা' ।

বেশ্যাজনীৰ লগত অইন এটা কোথাত মাৰ্চেলো শুই আছে, দুয়ো ঘৰ্মাক্ত, এনেতে ফোন বাজি উঠে । মাৰ্চেলোৰ প্ৰেছৰ পৰা সহকাৰীজনে শোধে 'তেওঁ মৃত, গতিকে আপুনি কোৱা নৈশভোজৰ বাতৰিটো অলপ বেলেগে লিখিব লাগিব । হেডলাইন কি হ'ব বাৰু ।'

'মই আছি আছো' ফোন থৈ কাপোৰ পিন্ধি মার্চেলোই হোটেল কাউণ্টাৰপায়হি। কাউণ্টাৰত দেউতাকলৈ কিবা এটা লিখি থৈ, চেক এখন দি তেওঁ টেক্সিত উঠিল ।

চিন্তাবিদজনক চোফাত বহি থকা অৱস্থাত দেখা যায়, তেওঁৰ কুমৰ পৰা (কপালৰ কাণৰ ওচৰৰ অংশ) তেজ বৈ গাল থুতৰি হৈ বুকুতো পৰিছে; তলত কার্পেটত ডোঙা বান্ধিছে। মূৰটো তেওঁৰ সোঁপিনে অলপ হাউলি আছে । পুলিচৰ লোক, ফটোগ্রাফাৰ সাংবাদিকেৰে ভৰি আছে বৃহৎ কোঠাটো । যোৱা নিশা ইয়াতেই ৰোমৰ লেখত লবলগীয়া লোকসকলৰ নৈশ ভোজৰ ভীৰ, চিন্তাবিদজনৰ দম্ভ কৰি কোৱা কথা 'পৃথিৱীৰ ভিতৰত মই সুখী, খুবেই সুখী। I am the happiest man on earth, the happiest' বুলি কোৱা মানুহজনে, ইমান জ্ঞানী লোক এজনে আত্মহত্যা কৰিলে কিয় ? কথাবোৰ মনত পৰিছে মার্চেলোৰ ।

লাহে লাহে ওলাই আহে বিশাল ঘৰটোৰ পৰা, গেটেৰে ওলাই আহোতে চকুত পাৰে গাড়ী চলাই জোৰেৰে ঘৰটোৰ পিনে গৈছে তেওঁৰ গাভৰু জীয়ৰী ।

সুন্দৰ ফৰকাল্প ৰাতিপুৱা, নাতি দূৰৈত দেখা যায় মহাসমুদ্ৰ । বিশাল সমুদ্ৰত ঘূৰি ফুৰিছে শুধ বগা পাল তৰা নাও । সাগৰৰ পাৰৰ বালিত মাছমৰীয়াসকলে বিশাল জালত ধৰি আনিছে সাগৰীয় মাছ । জালৰ পৰা সৰি পৰিছে এটা বিৰাটকাৰৰ 'জেলী' মাছ । পানী যুৱলীত বালিৰ ওপৰত বিজলীয়া জীৱন্ত 'জেলী ফিচ' সৃষ্টিকর্তাৰ আদিম সৃষ্টি । অগ্নিপিণ্ডৰ দৰে গোলাকাৰ বিশ্ব, বহুযুগৰ পিচত চেঁচা পৰে, ঘামবোৰেই হয় পানী, মাহাসাগৰ । সাগৰৰ পানীত চামনি, শেলুঐ বান্ধে শেলুঐৰ পৰা 'জেলী', 'জেলী মাছ' । সৃষ্টিৰ আদিম জীৱ ।

বিস্তীর্ণ সমুদ্ৰৰ পাৰ, বালিৰাশি, মাজে মাজে দুই এটা নৈ নিজৰা আহি সাগৰত' মিলিছেহি । মার্চেলোই সাগৰৰ পাৰৰ বালিৰ ওপৰত থিয় হৈ আছে । হু হু বতাহৰ শব্দ, বতাহত আউলী বাউলী মার্চেলোৰ চুলি ।

'- এই মার্চেলো, এইপিনে আহা' কণমানি ল'ৰা এটা আৰু তাতকৈ কিছু ডাঙৰ দহ-বাৰবছৰীয়া ছোৱালী এজনী, মার্চেলোক বাৰে বাৰে মাতিছে বালিৰ মাজেৰে সাগৰত মিলি যোৱা নিজৰা এটাৰ সিপাৰৰ পৰা । মার্চেলোই আকাৰে ইংগিতে বুজাই দিয়ে সিহঁতক, সি শুনি পোৱা নাই সিহঁতে কি কৈছে । ছবিৰ আৱন্তণীতো সি শুনি পোৱা নাছিল গাভৰুহতৰ আহ্বান । দর্শকে কিন্তু শুনিবলৈ পায় 'মার্চেলো, এইপিনে আহা' সিহে শুনি নাপায়, সেয়া যেন তাৰ অতীত ! নে ভৱিষ্যত ? কোনে জানে ?

যিয়ে নহওক, এয়াই জীৱন ; মধুৰ জীৱন ।



# আইভান দা টেৰিব্‌ল্ (প্ৰথম খণ্ড)

মছফিল্মচৰ প্ৰযোজনাত আইজেনষ্টাইনে মস্কোৰ ৰাজকুমাৰ আইভান বেচিলিয়েভিচৰ জীৱনৰ ভিত্তিত এই ছবিখন নিৰ্মাণ কৰিছিল । ছবিখন তিনিটা ভাগত নিৰ্মাণ কৰাৰ কথা ভাবি চিত্ৰনাট্য ৰচনা কৰিছিল আইজেনষ্টাইনে । আমি ছবিখনৰ প্ৰথম দুটা ভাগহে দেখিবলৈ পাইছোঁ । অৱশ্যে মাৰিচিটানৰ মুখত শুনামতে তৃতীয় ভাগটোৰ চুটিঙেই নহ'ল । ছবিৰ সঙ্গীত প্ৰকোফিয়েভৰ, এওঁ আইজেনষ্টাইনৰ ইয়াৰ আগৰখন ছবি আলেকজেণ্ডাৰ নভস্কিৰো সঙ্গীত পৰিচালক আছিল । ঐতিহাসিক ছবিৰ ক্ষেত্ৰত সাধাৰণত দেখাতকৈ আইজেনষ্টাইনৰ এই ছবিখনত ইতিহাস কাথামোহে, এক বিশাল সৃষ্টিশীল মন লৈ আইজেনষ্টাইনে ৰচনা কৰিছে চিত্ৰনাট্য য'ত তেওঁ ক'ব বিচাৰিছে জোচেফ ষ্টেলিনে কুৰি শতিকাৰ ৰাছিয়াৰ অগ্ৰগতিৰ বাবে যিদৰে ত্যাগ স্বীকাৰ কৰিছে তেনেকৈয়ে যোল শতিকাৰ ৰাছিয়াৰ অগ্ৰগতিত আইভানৰ অৱদান স্বীকাৰ কৰিবই লাগিব । সেয়েহে আমি এই ছবিখনত নিষ্ঠুৰ আইভানতকৈ এজন দেশপ্ৰেমিক আইভানকহে পাওঁ । বিশাল ৰাছিয়াৰ সকলোবোৰ মানুহকে একত্ৰিত কৰি ৰখাৰ বাবে তেওঁ যিকোনো কামেই কৰিবলৈ প্ৰস্তুত, প্ৰয়োজন হলে নৃশংস হত্যাকাণ্ডও তেওঁ চলাইছিল । আইজেনষ্টাইনৰ আইভান যেন হেমলেটৰ দৰে এক ট্ৰেজিক ব্যক্তি, কিন্তু আইভান নায়ক নহয়, আইজেনষ্টাইনৰ ছবিৰ নায়ক সময়, সমাজ আৰু সংস্কৃতিহে । প্ৰতিটো দৃশ্য প্ৰতিটো ছ'ট এজন চিত্ৰশিল্পীৰ দৰেই তেওঁ কম্পোজ কৰিছে । দৃশ্যসজ্জা, সাজপোছাক, ছাঁ আৰু পোহৰ প্ৰতিটো বিভাগতে আইজেনষ্টাইনৰ চোকা দৃষ্টি । অৱশ্যে ছবিখন চাই ইয়াৰ পূৰ্ণ ৰসগ্ৰহণ কৰিবলৈ হলে ৰাছিয়াৰ সঙ্গীত, ৰাছিয়াৰ ফ্ৰেস্কো চিত্ৰশৈলী আদিৰ বিষয়ে কিছু জ্ঞান থকাৰ প্ৰয়োজন, কিয়নো আগতেই কৈছো 'আইভান দা টেৰিবল' এখন ঐতিহাসিক ছবি মাত্ৰ নহয়, আইজেনষ্টাইনৰ দৰে এজন মহান চিত্ৰপৰিচালকৰ শিল্প সৃষ্টিহে ।

আসন্ন ধুমুহাৰ ইংগিতেৰে ছবিৰ আৰম্ভণী, পৰিচয় লিপিৰ লগতে আমি শুনিবলৈ পাওঁ ছবিৰ "থিম" গীতটি । ক'লা মেঘে ঢাকি আছে পৃথিৱী, পৃথিৱীত তেজৰ চেকা ।

শত্ৰুৰ হাড়ৰৰ ওপৰত, শত্ৰুৰ চিতাৰ জুইত ৰুছসকল 'একত্ৰিত হোৱা শক্তিশালী হোৱা'।

এজ্বাৰ কোঠাটোৰ এফালে এখন ডাঙৰ বিছনা । বিছনাৰ ওপৰত এটা কোণত আঠবছৰীয়া ল'ৰাটো ভয়তে কুচি মুচি বহি আছে । ল'ৰাটোৰ ভয়তে শেঁতা পৰা মুখৰ ওপৰত আমি দেখিবলৈ পাওঁ মমবাতি কঢ়িয়াই ঘূৰি ফুৰা মানুহৰ ছাঁ । এগৰাকী তিৰোতাৰ ভয়াবহ চিঞৰৰ শব্দ শুনা যায় । ল'ৰাটোৱে ঘূৰি চায়, বিছনাৰ পৰা পিচলি ঘৰৰ মজিয়াত পৰি যায় । ভয়তে সি চাই আছে । মমবাতি কঢ়িয়াই যোৱা মানুহবোৰৰ ছাঁ, এয়া যেন আইভানৰ ওপৰত ওৰে জীৱন প্ৰভাৱ বিস্তাৰ কৰা ধৰ্ম যাজকসকলৰ প্ৰতীক । পৰিচালকে আমাক আৰম্ভণীৰ পৰাই জনাই দিব খুজিছে । হঠাৎ দুৱাৰ এখন খুলি ল'ৰাটোৰ মাক সোমাই আহে- বিষক্ৰিয়াত জৰ্জৰিত তেওঁ, মৃত্যুৰ আগতে আইভানক সাৱধান কৰি দিবলৈ আহিছে । বয়াৰসকলৰ পৰা সাৱধানে থাকিবা ।"

পৰিচাৰিকাই মাকক লৈ যায় তেওঁৰ মৃত্যু শয্যালৈ । পুনৰ অন্ধকাৰ । মাকৰ মৃত্যুৰ পিচতে বয়াৰ চুইচকিয়ে তেওঁৰ প্ৰেমিককো হত্যা কৰে । আঠবছৰীয়া আইভানে ভয়ত কঁপি আছে । পাঁচবছৰ পিচত —

বৃহদাকাৰ অতিথি আদৰা গৃহ লোকে লোকাৰণ্য । উচ্চবংশীয় লোক, বয়াৰ, বিভিন্ন দেশৰ ৰাজদূত, কটকী, মস্কোৰ ভৱিষ্যত ৰচোতা পাত্ৰ-মন্ত্ৰীসকলে বৈ আছে ৰাছিয়াৰ নতুন ৰাজকোঁৱৰৰ অভিষেকৰ বাবে । সিংহাসনৰ ওপৰত এখন বৃহৎ ফ্ৰেস্কো, দেৱদূতজনে খঙত চকু ডাঙৰকৈ চাই আছে, অথচ ঐশ্বৰিক প্ৰকাশ ভঙ্গী, পদদলিত পৃথিৱীক হেয়জ্ঞান কৰি যেন চাই আছে ধৰ্মপ্ৰচাৰকসকলৰ অধৰ্মী ক্ৰিয়াকাণ্ডবোৰ ।

কাষৰ কোঠাটোৰ পৰা প্ৰকাণ্ড দুৱাৰেদি ৰাজপোছাক পিন্ধি ওলাই আহিছে তেৰ বছৰীয়া আইভান, শীৰ্ণ তেওঁৰ দেহ লুকাই পৰিছে ৰাজসিক বেশভূষাৰ মাজত, ক্ষীণ কণ্ঠত ওলমি আছে স্বৰ্ণহাৰ । মেলা দুচকুত তেওঁৰ ভয় ভয় ভাব, ইতঃস্তত খোজেৰে আগুৱাই আহি আছে । সিংহাসনৰ ওচৰত তেওঁ বৈ থাকে, গাৰক্ষীসকলে তেওঁক সিংহাসনত বহুৱাই দিলে । ভয় আৰু ইতঃস্তত ভাবে তেওঁ চায় তেওঁৰ সম্মুখত আঁঠু লৈ থকা বয়াৰ আৰু গণ্যমান্য ব্যক্তিসকলক । চুইচকিৰ ইংগিতত তেওঁ ভয়মিশ্ৰিত অথচ স্পষ্ট কণ্ঠেৰে কয় — ভগৱানৰ আশীৰ্বাদত ............'

বাকীখিনি কথা চুইচকিয়ে কৈ দিয়ে । আইভানে সিংহাসনত বহি থাকে, তেওঁৰ ভৰি দুখন ওলমি আছে অসহায় ভাবে । ভৰি থোৱা পাদানি বহুত তলত, পৰিচালকে যেন ক'বখোজে আইভানৰ দোদুল্যমান অৱস্থাৰ কথা.।

লাহে লাহে যেন তেওঁৰ মনৰ পৰা ভয় আঁতৰি গ'ল, সিংহাসনত পূৰ্ণ গাম্ভীৰ্য্যৰে বহি তেওঁ কিবা ক'বখোজে, চুইচকিয়ে তেওঁক ক'ব নিদিয়ে । বৰং চুইচকিয়ে নিজে কোঁৱৰৰ হৈ কথাখিনি সভাসদগণক কয় । অসহায় ওলমি থকা ভৰি দুখনে ভৰি থোৱা ঠাই বিচাৰি ফুৰিছে ।

মাৰিচিটাতে আমাক কৈছিল আইভানৰ এই পুতৌলগা অৱস্থাটো আইজেনষ্টাইনৰ নিজৰ দৰেই, ৰাছিয়াৰ কথাছবি শিল্পৰ মুকুটবিহীন সম্রাট আজেনষ্টাইন, পৃথিৱী বিখ্যাত আইজেনষ্টাইন অথচ ৰাছিয়াৰ কথাছবি শিল্পৰ সমাজখনত তেওঁ অনাদৃত, অনাহুত, অৱহেলিত ।

মস্কোৰ ৰাজকোঁৱৰৰ ওপৰত ঐশ্বৰিক দেৱদূত খণ্ডাল, পৃথিৱীৰ ডাঙৰ ডাঙৰ দুচকুতো অসহায়তাৰ ভাব । এই দৃশ্য লাহে লাহে পৰ্দাত মিলি যায়, আমি দেখিবলৈ পাওঁ ৰাজকোঁৱৰ আইভানৰ শয়ন কক্ষ ।

'মহাসমুদ্ৰৰ সেই গীতটি গোৱাচোন' ল'ৰামতীয়া আইভান নিজৰ কোঠাত পৰিচাৰিকাৰ লগত সহজ মুকলিমূৰীয়া ভাবত আনন্দত উত্ৰাৱল ।

ৰাজকীয় সাজ-পোছাকবোৰ দুহাতেৰে দাঙি ধৰি আইভানে কোঠাটোৰ ভিতৰত জঁপিয়াই ফুৰিছে । বুঢ়ী পৰিচাৰিকাই অইন দুজনী দাসীৰ সহায়ত আইভানৰ কাপোৰ সলাই দিয়ে । আইভানে এই সাজ-পোছাকবোৰ খুলিবলৈ যেন ব্যগ্ৰভাৱে বৈ আছে । কণ্ঠৰ কলাৰটো তেওঁ নিজেই খুলি দিয়ে, খুলি দিয়ে স্বৰ্ণহাৰ ।

'গোৱানা গীতটো' আইভানৰ আবদাৰ । বুঢ়ীয়ে গাব ধৰে —'মহাসমুদ্ৰ, সাগৰ, আকাশনীলা সাগৰ, ৰাছিয়াৰ সাগৰ'

আইভানে টুপীটো দলিয়াই দিয়ে । পৰিচালিকাই গাই যায় —'ৰাছিয়াৰ সাগৰ, আকাশচুম্বী তোমাৰ ঢৌ । তোমাৰ সুউচ্চ ঢৌবোৰে আজি সূৰুযক চুইছেগৈ । ৰাছিয়াৰ নদ-নদী তোমাতে লীন হৈছে, তোমাৰ পাৰতে আমাৰ চহৰ-নগৰবোৰ ।' গীতৰ কথাত আইভান মুগ্ধহৈ শুনি থাকে, অৱশিষ্ট কাপোৰ খুলিবলৈকো পাহৰি যায় । বয়াৰসকল সোমাই আহে, আইভানক লিভোনিয়ান আৰু হেনচিয়েটিক সংঘৰ লগত চুক্তিবদ্ধ হ'বলৈ দাবী জনায় । বুঢ়ীয়ে গীতটি গাই থাকে । বুঢ়ীৰ এই গীত আৰু মমবাতি কঢ়িওৱা পাদ্ৰীসকলৰ দৃশ্য গোটেই ছবিখনতে আমি প্ৰতীক হিচাপে দেখিবলৈ পাওঁ । বয়াৰ চুইচকিয়ে হেনচিয়েট আৰু লিভেনিয়ানসকলক টকা-পইচা দি চুক্তি কৰাৰ কথা কয় ।

দাসীয়ে আইভানৰ সকলো ৰাজকীয় পোছাক খুলি দিয়ে । সাধাৰণ চোলা এটা পিন্ধাই দিয়ে । বয়াৰসকলৰ ৰাজশীক সাজ-পোছাকৰ মাজত আইভানক দুখীয়া ল'ৰা এটা যেন দেখায় । কিন্তু তেওঁৰ চকুত সিংহাসনত বহোতে যি দৃঢ়তা আমি দেখিছিলো সেই একে দৃঢ়তা । পূৰ্ণ গাম্ভীৰ্যতাৰে তেওঁ ক'লে —'আমি ভেটি দি চুক্তিবদ্ধ হ'বলৈ কাৰো ওচৰত ধৰুৱা নহয় ।'

'ৰাছিয়াৰ জনগনৰ শক্তি, ৰাছিয়াৰ ৰাজশক্তিৰ তুমি অপব্যৱহাৰ কৰিছা ।' আইভানে সকলোকে আচৰিত কৰি দি চিঞৰি উঠিল 'বয়াৰসকলক আৰু বেছি শক্তিশালী কৰিছা ।'

প্ৰথমে আচৰিত হলেও বয়াৰসকলে আইভানৰ কথাত হাঁহিব ধৰিলে - চুইচকিয়ে

হাঁহি হাঁহি তেওঁৰ ভৰি বিছনাত উঠাই দিলে । আইভানে একেকোবে আগবাঢ়ি গৈ খঙেৰে ক'লে 'ভৰি আঁতৰাই নিয়া, মই কৈছোঁ ভৰি আঁতৰাই নিয়া, এইখন মোৰ মাৰ বিছনা ।'

'তেওঁ এজনী বেশ্যা আছিল' চুইচকিয়ে ক'লে 'কোনেও নেজানে তোমাৰ দেউতা কোন আছিল ।'

চুইচকিৰ বিশাল দেহে যেন আইভানক পিহি গুড়ি কৰি দিব, হাতৰ লোৰ লাঠিডাল দাঙি তেওঁ ক'লে '-বেশ্যাৰ সন্তান –'

এই অভাৱনীয় পৰিস্থিতিত আটায়ে আচৰিত হ'ল । আইভানৰ দেহৰক্ষীসকলে অধৈৰ্যৰে চাই আছে । আইভানে ভয়, ক্ৰোধ, ঘৃণা মিহলি কণ্ঠেৰে চিঞৰি উঠিল – 'ইয়াক মোৰ আগৰ পৰা লৈ যোৱা ।'

আইভানৰ সংলাপৰ লগে লগে আৱহসঙ্গীতত কাণ তাল মাৰি যায় । বয়াৰ আৰু দেহৰক্ষীসকলৰ মাজত জোতাপোটা লাগে, দৃশ্যাংশ লাহে লাহে পৰ্দাত মিলি যায় । আমাৰ চকুৰ আগত দেখিবলৈ পাওঁ বিছনাৰ একোণত বহি আছে আইভান - অকলে । অসহায়, ভয়াতুৰ আইভান । মাকৰ বিছনাত মুখ গুজি কান্দিব ধৰি যেন মাকৰ বুকুৰ মাজত সোমাই আপদাৰ কৰিছে । আইভানৰ ক্ষীণ দেহা পুতৌ লগাকৈ কঁপিছে ।

দুৱাৰ খোলাৰ শব্দত ভয়তে আইভানে ঘূৰি চায় ।

দেহৰক্ষীসকলে দোষী দোষী ভাবত কয় –' আমি অলপ বেছি উত্তেজিত হলো, বয়াৰসকলৰ টেঁটুত চেপি শ্বাসৰোধ কৰা হ'ল ।'

আইভানৰ মুখত ভয়ৰ ছাঁ, লাহে লাহে সলনি হ'ল আৰু দেহৰক্ষীসকলৰ কাৰ্যত সমৰ্থন জনাই গম্ভীৰ স্বৰত ক'লে 'মই নিজে ৰাজকাৰ্য চলাম, মই শাসন কৰিম ....... ' বয়াৰসকলক বাদ দি মই শাসন কৰিম ।'

দেহৰক্ষীসকলে আইভানৰ পিনে চাই থাকিল ।

'মই জাৰ হ'ম, ৰাচিয়াৰ সম্ৰাট' আইভানৰ দৃঢ়প্ৰতিজ্ঞ দুচকু সুদূৰপ্ৰসাৰী ...... ।

প্ৰস্তাৱনাৰ এইখিনিতে শেষ হয় । আইজেনষ্টাইনে হেনো পিচত এই দৃশ্যটো ছবিখনৰ পৰা বাদ দি দিছিল । মাৰিচেটানে হেনো বাৰে বাৰে সোধাতো আইজেনষ্টাইনে কোনো কাৰণ দৰ্শাব নুখুজিলে । তাৰমানে আজি যদি কোনোবাই ছবিখন চায় তেনেহলে তেওঁ আঠ আৰু তেৰ বছৰীয়া আইভানক দেখা নাপায় । সোতৰ বছৰীয়া আইভানৰ ৰাজঅভিষেক ক্ৰেমলিন দুৰ্গৰ ভিতৰত থকা উচপেনচস্কি গীৰ্জা, অন্যান্য পাত্ৰমন্ত্ৰী ; বিদেশী ৰাজদূত আদিৰে ভৰি পৰিছে । লগত আমি দেখিবলৈ পাওঁ দুগৰাকী মহিলাক, এগৰাকী আইভানৰ খুৰীয়েক ইউফ্ৰোচিনিয়া যিয়ে আইভানৰ গোটেই জীৱনতে বিষ ঢালিছিল আৰু আনগৰাকী হ'ল 'এনাচটাচিয়া' আইভানৰ স্ত্ৰী যিয়ে আইভানক ভাল পাইছিল, বুজিছিল, আইভানৰ সপোনবোৰ বাস্তৱত ৰূপ দিয়াৰ বাবে সহায় কৰিছিল ।

নভগোৰত্তৰ ধৰ্মযাজক পিমেনে জাৰৰ মুকুটটো সোণৰ থালখনৰ পৰা দুহাতেৰে ওপৰলৈ উঠালে ; আইভানক চুমা খাব দিলে আৰু তাৰপিচত মাঙ্গলিক মন্ত্ৰ উচ্চাৰণ কৰি আইভানৰ মূৰত পিন্ধাই দিলে ।আনন্দমুখৰ পৰিবেশৰ মাজতে ধৰ্মযাজকৰ কথাবোৰ শুনি গ'ল – 'এই দেশ তোমাৰ, তুমিয়েই এই শক্তি আৰু গৌৰৱৰ অধিকাৰী ।আইভান থিয় হ'ল, উজ্জ্বল দুচকুত তেওঁৰ দৃঢ়তা ; মাঙ্গলিক মন্ত্ৰৰ লগতে টোপধ্বনি শুনা গ'ল আৱহসঙ্গীতে দৃশ্যটো আৰু বেছি গম্ভীৰ কৰি তুলিলে ।আইভানে এনাচটাচিয়াৰ পিনে চালে, হাঁহিলে ।তাৰপিচতে পূৰ্ণ গাম্ভীৰ্যতা বজাই ৰাখি এজন ব্যক্তিত্বসম্পন্ন লোকৰ দৰেই – সোতৰ বছৰীয়া আইভানে গীৰ্জাৰ সোঁমাজত থকা আঠোটা চিৰি ভাঙি উঠি গ'ল ।গীৰ্জাৰ ওপৰত খিৰিকীৰে অহা সূৰ্য্যৰ কিৰণে যেন আইভানক আশীৰ্বাদ দিছেহি ।আইভান বৈ গ'ল ।তেওঁৰ সম্মুখত আঁঠু লৈ বৈ থকা গণ্যমান্যসকলৰ পিনে চালে, তেওঁৰ মুখত এক অপূৰ্ব জ্যোতিৰ আভা ।

আইভানে তেওঁৰ স্পষ্ট চমু ভাষণত তেওঁৰ এই দেশ গঢ়াৰ মহান কাৰ্য্যত সকলোৰে সহযোগিতা বিচাৰিলে, লগতে সকীয়াই দিলে দুষ্টক কঠোৰ হাতেৰে দমন কৰা হ'ব । ভগৱানৰ ওচৰত আঁঠুলৈ তেওঁক এই মহান কাৰ্য্যত সহায় কৰিবলৈ প্ৰাৰ্থনা কৰিলে ।

ইয়াৰ পিচৰ দৃশ্যবোৰত আমি আইভানক দেখিবলৈ পাওঁ কঠোৰ হাতেৰে ৰাজ্য শাসন কৰাৰ লগতে দেশৰ বিভিন্ন অংশক একত্ৰিত কৰাৰ কামত ব্ৰতী হৈছে ।ইতিহাসৰ পাতৰ পৰা লোৱা বাস্তৱ ঘটনাবোৰ, কিন্তু পৌৰাণিক কাহিনী একোটাত দেখাৰ দৰে চৰিত্ৰবোৰৰ সাজ-সজ্জা, দৃশ্যসজ্জা আদি । বিশেষকৈ মস্কোৰ সৰ্বসাধাৰণ জনতাই ক্ৰেমলিন দুৰ্গত যেতিয়া আহি সম্ৰাটৰ আগত বিক্ষোভ প্ৰদৰ্শন কৰে, গ্ৰেগৰি আৰু বাচমানোভ নামৰ পিতা-পুত্ৰই সম্ৰাটক পূৰ্ণ সমৰ্থন জনোৱাৰ লগতে তেওঁলোকৰ অভাৱ-অভিযোগৰ কথা কয় আমি একোটা বাস্তৱ ঐতিহাসিক চৰিত্ৰ দেখা যেন লাগিলেও তেওঁলোকৰ নেতা নিকোলাইৰ সাজ-সজ্জা আৰু বচন ভঙ্গীত পৌৰাণিক কাল্পনিক চৰিত্ৰ এটা দেখা যেনহে অনুভৱ কৰোঁ ।নিকোলাইৰ চৰিত্ৰত অভিনয় কৰিছিল অইন এগৰাকী প্ৰতিভাবান চলচ্চিত্ৰ পৰিচালক পুভোভকিনে । আইজেনষ্টাইনে যেহেতু আইভানৰ কাহিনীত ইতিহাসতকৈ তেওঁৰ বক্তব্যতহে বেছি জোৰ দিছিল আৰু তাৰ বাবে বহু কথা কল্পনা কৰি ইতিহাসৰ লগত যোগ দিছিল সেয়েহে গোটেই ছবিখনতে চিত্ৰগ্ৰহণ, সাজসজ্জা, দৃশ্যসজ্জা আৰু অভিনয়ৰ সামঞ্জস্য ৰখাৰ চেষ্টা কৰিছিল এক বিশেষ ৰীতিৰে ; যাৰ বাবে আমি এখন সাধাৰণ ঐতিহাসিক ছবিৰ ঠাইত গভীৰ অৰ্থবহ ছবি এখন দেখিবলৈ পাওঁহক ।

অন্য এক ফৈদৰ ৰাজকোঁৱৰ কাৰ্বুস্কি আইভানৰ বন্ধু ।তেওঁৰ সহায়ত আইভানে কাজান আৰু টাৰ্টাৰসকলক বশ্যতা স্বীকাৰ কৰালে ।আইজেনষ্টাইনৰ 'আলেকজেণ্ডাৰ নভাস্কিৰ বৰফৰ যুদ্ধৰ যি বিশালতা এই ছবিত সেয়া নাই, তাৰ কাৰণ এই ছবিৰ কাহিনী

বীৰৰসৰ কাহিনী নহয়, সেয়েহে আইভানৰ দৰে এটা ট্ৰেজিক চৰিত্ৰৰ কাহিনী কওঁতে আইজেনষ্টাইনে ঘটনাৰ বিন্যাস কৰিছে ট্ৰেজিক ভাবেহে । সেয়ে তেওঁ যুদ্ধৰ বিশালতা বাদ দিছে এই ছবিত । আইভান অসুস্থ, ৰোগশয্যাত তেওঁৰ মৃত্যু ভয়, তাতোকৈ বেছি ভয় তেওঁৰ একমাত্ৰ সন্তান ডিমিত্ৰিৰ বাবে । সেয়েহে তেওঁ বিচাৰে মৃত্যুৰ আগতেই ডিমিত্ৰিক ৰাজসিংহাসনত বহুৱাবলৈ । আনহাতে তেওঁৰ খুৰীয়েক ইউফ্ৰোচিনিয়াই বয়াৰ সকলৰ স্বাৰ্থৰ কাৰণে তেওঁৰ সন্তান ৱ্লাডিমিৰক বহুৱাব খোজে জাৰৰ সিংহাসনত ।

ধৰ্মযাজক পিথেনে 'নিউটেষ্টামেণ্ট' গ্ৰন্থখনৰ কেইখিলামান পাত লুটিয়ালে, আইভানৰ মুৰত ধৰ্মগ্ৰন্থখন ৰাখি মুখৰ ভিতৰতে কিবা মন্ত্ৰ মাতিলে ।আইভানে কোনো অভিব্যক্তি প্ৰকাশ নকৰিলে । ধৰ্মগ্ৰন্থৰ পাতকেইখিলাৰে আইভানৰ মুখ ঢাকখাই গ'ল । সাতজন পুৰোহিতে ধৰি আছে ধৰ্মগ্ৰন্থখন, সাতডাল মমবাতি জ্বলি আছে । তেওঁলোকৰ বাঁওহাতত । আইভানে অস্পষ্টভাবে ক'লে – 'ভগবান দয়া কৰা, মোৰ আত্মাক শান্তি দিয়া —

তথাপি এই ধৰ্মীয় অনুষ্ঠানত যেন আইভানৰ আস্থা নাই, ওঁঠ নলৰোৱাকৈয়ে তেওঁ কৈ যায় "মোৰ অন্তিম সময় আহিছে, বিদায় — তোমালোকে ডিমিত্ৰি, মোৰ একমাত্ৰ উত্তৰাধিকাৰীক বিশ্বাসঘাতকতা নকৰিবলৈ শপত লোৱা ............

এনাচটেচিয়াই কান্দি দিয়ে । ইউফ্ৰোচিনিয়াই আৰু ৱ্লাডিমিৰে তেওঁৰ পিনে চাই আছে প্ৰত্যাহ্বান জনায় । আইভানে বুজিব পাৰে, আটায়ে তেওঁৰ অনুৰোধ প্ৰত্যাখ্যান কৰিছে । এনাচটেচিয়াৰ সহায়ত বিছনাৰ ওপৰতে উঠি বহে আইভানে । তেওঁৰ কৰুণ চকুত অনুৰোধৰ চাৱনী । বয়াৰসকল নিমাত, নিমাত ধৰ্মযাজকসকল । আইভানে আঁঠু লৈ অনুৰোধ কৰে, এজন এজনকৈ তেওঁলোকক তেওঁৰ প্ৰতি দয়াবান হবলৈ কয়, আটায়ে তেওঁলোকৰ মুখ ঘূৰায় ।

এনাচটেচিয়াই আইভানৰ হৈ দৃঢ়তাৰে কয় – "একমাত্ৰ ডিমিত্ৰিয়েই জাৰৰ সিংহাসনত বহিব, দেশৰ সাৰ্বভৌমত্ব, দেশৰ অখণ্ডতা আৰু জাতীয় সংহতিৰ বাবে তোমালোক বীৰৰ দৰে সাহসী হোৱা । নিজৰ মাজৰ বিভেদতাই তোমালোকক এটা পৰাধীন জাতিত পৰিণত কৰিব ।'

দুৱাৰমুখৰ পৰাই কাৰ্বুস্কিয়ে এনাচটেচিয়াৰ কথাবোৰ শুনে ।

ইউফ্ৰোচিনিয়াই এখোজ আগুৱাই আহে, মাকৰ হাতত ধৰি ৱ্লাডিমিৰ ভয়তে কুচিমুচি আগুৱাই আহে ।

আগুৱাই আহে এনাচটেচিয়াই । দুই মাতৃয়ে নিজৰ নিজৰ সন্তানৰ হকে দাবী জনায় ।

বয়াৰসকলে ৱ্লাডিমিৰৰ প্ৰতি সমৰ্থন জনায় ।

দুই মাতৃয়ে নিজৰ নিজৰ সন্তানক সাৱটি ধৰে । এনাচটেচিয়াই তেওঁৰ কেচুৱাটোক বুকুৰ মাজত সুমুৱাই লয়, অসহায়ভাৱে চাৰিওপিনে ঘূৰি চায় ।

ইয়াৰ পিচৰ দৃশ্যত আমি দেখিবলৈ পাওঁ এখন প্ৰকাণ্ড মুখ । ভগৱানৰ এই বিগ্ৰহৰ সম্মুখত কোঁৱৰ কাৰ্বুস্কিয়ে এনাচটেচিয়াক তেওঁৰ ভালপোৱা নিবেদন কৰিছে । প্ৰতিটো ছটতে পিছপালে আমি দেখিবলৈ পাওঁ বিগ্ৰহৰ চকুটো – যেন তেওঁ চাই আছে এক জাগ্ৰত প্ৰহৰীৰ দৰে । এনাচটেচিয়াই কাৰ্বুস্কিৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰে । আইভানৰ ওচৰলৈ গৈ অসহায়ভাৱে চাই থাকে ।

আইভান সুস্থ হৈ উঠে, কাৰ্বুস্কিয়ে আইভান আৰু ডিমিত্ৰিৰ প্ৰতি তেওঁৰ ৰাজানুগত্যৰ শপত খায় । আইভানে কাৰ্বুস্কিক ৰাছিয়াৰ সেনাবাহিনীৰ সেনাধ্যক্ষ পাতে । ৰাছিয়াৰ সেনাবাহিনীয়ে লিভোনিয়া বিদ্ৰোহ দমন কৰি সাগৰৰ পাৰত ৰয়হি । সাগৰৰ পিনে চাই আছে আইভানে ।

বুঢ়ী পৰিচাৰিকাই গোৱা গীতটি শুনা যায় – 'মহাসমুদ্ৰ – সাগৰ, আকাশনীলা সাগৰ, ৰাছিয়াৰ সাগৰ ...... ।

আইভানে ক্ৰিমেনখানৰ বিৰুদ্ধে যুঁজিবলৈ বাচমানোভৰ তলত এদল শক্তিশালী সৈন্য পঠালে । বয়াৰসকলক কঠোৰ হাতেৰে দমন কৰিলে । কিন্তু ইউফ্ৰোচিনিয়াই গীৰ্জাৰ সহায়ত আইভানৰ বিৰুদ্ধে গোপন ষৰযন্ত্ৰ চলাই গ'ল । নভ'গোৰ'দ গীৰ্জাৰ ধৰ্মযাজক পিমেনৰ লগত মন্ত্ৰণা চলিল – 'এনাচটেচিয়াক আইভানৰ ওচৰৰ পৰা আঁতৰাব লাগিব ।'

'সেই কামটো মোৰ বাবে থওঁক । মই নিজহাতে এই কামটো কৰিম ।' ইউফ্ৰোচিনিয়াই ক'লে । ৰাজমহলত থাকি ইউফ্ৰোচিনিয়াই আইভানৰ প্ৰতিটো কামৰে বিৰোধিতা কৰিব ধৰিলে আৰু আইভানৰ অতি মৰমৰ পত্নীক বিষ খুৱাই হত্যা কৰাৰ চেষ্টা চলালে ।

'লিভোনিয়ান আৰু হেনচেটিক সঙ্ঘই পুনৰ বৃটিছ জাহাজবোৰ আটক কৰিছে । ইংলণ্ডত থকা ৰাছিয়াৰ ৰাষ্ট্ৰদূত ওচিপনেপিয়াই আইভানক জনায় ।

'আৰু মোৰ কামানবোৰ লিড, টিন, ছালফাৰ অবিহনে এনেয়ে পৰি আছে ।' আইভান গৰ্জি উঠিল ।

কাষৰ ঘৰত জ্বৰত চটফটাই আছে এনাচটেচিয়া । এজনী ক'লা কাউৰীৰ দৰে কাষতে বৈ আছে ইউফ্ৰোচিনিয়া সুযোগ বিচাৰি । প্ৰতিমুহূৰ্ততে চকু ৰাখিছে ৰাজপ্ৰাসাদৰ প্ৰতি কথালৈ । এনাচটেচিয়াই আইভানৰ চিএৰ-বাখৰ শুনিবলৈ পায়, দুৰ্বল দেহা, তথাপি উঠি যাব খোজে গিৰিয়েকৰ ওচৰলৈ – 'মোক জাৰৰ ওচৰলৈ যাব দিয়া – মোক তেওঁৰ বৰ প্ৰয়োজন । মই তেওঁক সহায় কৰিবই লাগিব ।'

কিন্তু ইউফ্ৰোচিয়াই বাধা দিয়ে । হতাশ হৈ পৰি থাকে এনাচটেচিয়া ।

এখন প্ৰকাণ্ড ডবাখেলৰ কাঠৰ ফলি সন্মুখৰ পৰা খণ্ডেৰে আঁতৰাই দি আইভানে কৈ উঠে — 'মোৰ মৰমৰ ভনী ইংলণ্ডৰ ৰাণী এলিজাবেথক এই ডবাখেলৰ ফলিখন উপহাৰ দিবা, লগতে ডবাৰ গুটিবোৰ নিবলৈকে নাপাহৰিবা । 'নেপিয়া ।'

ৰাজদূত ওচিপনেপিয়াই পাটকাপোৰৰ ৰুমাল এখনেৰে দবাৰ গুটিবোৰ বান্ধি লয় ।আইভানে কৈ যায় 'এই দবাৰ গুটিবোৰেৰে বুজাই দিবা কেনেকৈ বৃটিছ জাহাজবোৰে বাল্টিক সাগৰলৈ নোযোৱাকৈয়ে জাৰ্মান আৰু লিভেনিয়ানৰ চকুত ধূলি দি ৰাছিয়াৰ সাগৰ পাব পাৰে ।আৰু ইয়াকো ক'বা জাৰ আইভান মস্কোভিৰ একমাত্ৰ সম্ৰাট, তেওঁৰ অনুমতি নোহোৱাকৈ কোনোৱে ৰাছিয়াৰ সাগৰ সোমাব নোৱাৰে ।'

এই দৃশ্যটোৰ পৰিকল্পনা নাচালে বুজাব নোৱাৰি । টেবিলৰ ওচৰত দবাখেলৰ ফলি, কাষতে কঙ্কালাসাৰ গ্লোব এটা, আইভান চেয়াৰত বহি আছে, কাষতে থিয় হৈ আছে ৰাষ্ট্ৰদূত ওচিপনেপিয়া আৰু সোঁপিনৰ প্ৰকাণ্ড দেৱালত আমি দেখিবলৈ পাওঁ আইভানৰ মূৰটোৰ প্ৰকাণ্ড এটা ছাঁ ।

এই অভিনৱ দৃশ্য পৰিকল্পনাৰে আইজেনষ্টাইনে ঐতিহাসিক চৰিত্ৰ আইভান আৰু সমসাময়িক দেশনেতা জোচেফ ষ্টেলিনৰ দেশপ্ৰেমৰ এক যোগসূত্ৰ জনাব বিচাৰিছিল বুলি মাৰিচিটানে আমাক কৈছিল ।

বাহিৰত বৰষুণ পৰি আছে । ঠাণ্ডা পৰিছে । আইভানৰো ঠাণ্ডা লাগিছে ।

কাষৰ কোঠাত এনাচটেচিয়া ।ক'লা কাউৰী এজনীৰ দৰে বৈ আছে ইউফ্ৰোচিনিয়া। লুকাই লুকাই জুমি চাইছে জাৰৰ কোঠালৈ । জাৰ অহাৰ উমান পাই ইউফ্ৰোচিনিয়া চিৰিৰ ওচৰত লুকাই পৰে । আইভানে খুড়ীয়েকক দেখা পাই বিতৃষ্ণাত মুখ কোচাই -- লাহে লাহে এনাচটেচিয়াৰ ওচৰ চাপি বিছনাত বহি পাৰে । হাতখনেৰে কপাল চুই আদৰ কৰে । আইভানে মূৰটো হলাই এনাচটেচিয়াক মৰম কৰে । এনাচটেচিয়াই চকু মেলি চায় কয় 'জাৰ আইভান সমস্যা জৰ্জৰিত —।'

এনাচটেচিয়াই সোঁহাতেৰে আইভানৰ চুলিত আঙুলি বুলাই দিয়ে । আইভানে কয় 'মই কাকোৱে বিশ্বাস কৰিব নোৱাৰোঁ ।কাৰ্বুস্কি এতিয়া আঁতৰত, লিভোনিয়ানহঁতৰ লগত যুদ্ধত ব্যস্ত । কলিচোভো নাই । এতিয়া মাথোন তুমি আছা মোৰ ওচৰত ।'

আইভানে আৰু বেছি হালি দিয়ে । যেন মুহূৰ্তৰ কাৰণে সকলো সমস্যাৰ কথা পাহৰি থাকিব খোজে । কিন্তু পাহৰি থাকিব পাৰে জানো ? বাতৰি আহে ক্ৰিমেনখানৰ বিৰুদ্ধে যুঁজিবলৈ যোৱা বাচামানোভৰ সৈন্যবাহিনীক বয়াৰসকলে বাধা দিছে ।

এনাচটেচিয়াই কয় 'দৃঢ় হোৱা' ।

ইউফ্ৰোচিনিয়াই এন্ধাৰৰ পৰা শুনি থাকে জাৰিনা এনাচটেচিয়াৰ কথা, মুখ বিকটাই। বুকুৰ কাপোৰৰ তলত কিবা বিচাৰে ।

পুনৰ খবৰ আহে কাৰ্বুস্কিয়ে বিশ্বাসঘাতকতা কৰিছে ।এনাচটেচিয়াই চিঞৰি উঠে ।

এটা কোণত ইউফ্রোচিনিয়াই অন্ধকাৰ ছাঁৰ দৰে থিয় হৈ আছে, হাতত এটা বিষ মিহলোৱা পানীৰ কাপ ৰুমালেৰে ঢকা ।

আইভানে এনাচটেচিয়াৰ বাবে পানী বিচাৰে । এটা কাপ উঠাই লয় – কিন্তু খালি কাপ । আন এটা কাপত পানী বিচাৰে । ইউফ্রোচিনিয়াই সুবিধা বুজি হাতৰ কাপটো থয় । ঘৰৰ কোণত লুকাই চাই থাকে ।

এনাচটেচিয়াই কাপটোৰ পানীয়খিনি পি দিয়ে । চকুত তেওঁৰ ভয় ভয় ভাব । আইভানে কাপটো ধৰি থাকে তেওঁৰ ওঁঠত । লুকাই থকা চুকটোত ইউফ্রোচিনিয়াৰ মুখত হাঁহি বিৰিঙি উঠে – ভয় লগা, দাইনিৰ হাঁহি ।

এটাৰ পিচত আন এটা বাতৰি আহি থাকে । আইভানৰ সকলোবোৰ বন্ধুৱে তেওঁক বিশ্বাসঘাতকতা কৰিছে ।

আইভান আকৌ এবাৰ উচপেনস্কি গীৰ্জাত, য'ত হৈছিল তেওঁৰ ৰাজ অভিষেক । এনাচটেচিয়াৰ সাৱধানী চকুৰ সম্মুখত ইয়াতেই জাৰ আইভানক ৰাজমুকুট পিন্ধোৱা হৈছিল আৰু আজি ; এনাচটেচিয়াৰ মৃতদেহ ৰখা কফিনৰ ওচৰত পকাত বাগৰি পৰি আছে আইভান । দুটা ভিন্ন স্তৰৰ চিন্তা । দুটা ভিন্ন স্তৰৰ আবেগিক অনুভূতি ।

আইভানৰ শোকবিহ্বল শৰীৰ । কফিনৰ তলত বহি আছে আইভান, দুই হাত পকাত মূৰ নত কৰি কফিন বাকচত কপাল লগাই বৈ আছে । গীৰ্জাৰ সাধু এজনে ধৰ্মস্তোত্ৰ পাঠ কৰি আছে । এই দুই স্তৰৰ মজতে যোগ হৈছেহি আৰু এটা স্তৰ । বাচমানোভ আৰু তেওঁৰ দেউতাক মাল্যুতা আহিছে – । ছটবোৰ এনেধৰণে দেখা যায়—

– এন্ধাৰ গীৰ্জাৰ ভিতৰভাগ, সাধুজনে ধৰ্মগ্ৰন্থৰ পৰা গুণগুণাই স্তোত্ৰ পাঠ কৰি আছে – 'মোক ৰক্ষা কৰা প্ৰভু — মোৰ আত্মা তিতি গৈছে ।'

– ক'লা কাপোৰেৰে ঢাকি থোৱা আছে এনাচটেচিয়াৰ কফিন, কফিনৰ কাষত আইভান । ধৰ্মস্তোত্ৰ শুনা যায় – 'মই গভীৰ বোকাত ডুবি আছো, য'ত কোনো স্থিৰতা নাই .......... এতিয়া মই গভীৰ জলত, বন্যাই মোক উটুৱাই নিব ধৰিছে ।'

– শোক বিহ্বল আইভানে কফিনৰ ওচৰত থিয় হয় ।

– 'কান্দি কান্দি মই ভাগৰি গৈছোঁ ...........কণ্ঠ মোৰ শুকাই গৈছে ....... চকু মোৰ বিষাইছে ভগবান, মই তোমাৰ বাবেই বৈ আছোঁ ।'

– ধৰ্মস্তোত্ৰৰ শ্লোকবোৰৰ লগতে আমি শুনিবলৈ পাওঁ মাল্যুতাৰ কথাবোৰ । আইভানে ...ৰ দৃষ্টিত চাই আছে তেওঁ যেন সাধুৰ গুণগুণনি নাইবা মাল্যুতাৰ কথা একেবাৰে শুনা নাই, কিন্তু মাল্যুতাৰ মুখৰ পৰা ওলোৱা কথাবোৰ চিন্তা কৰিবলগীয়া টুস্কিয়ে লিভোনিয়ানসকলৰ লগ লাগি জাৰৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ সাজু হৈছে ।

— স্তোত্ৰপাঠ চলি আছে ।

— আইভানে যেন এনাচটেচিয়াক কোবাৰ দৰেই কফিনৰ ওচৰ চাপি ক'লে "মোৰ মূৰৰ চুলিৰ সমান শত্ৰু চৌদিশে ।নাজানো কিয় সিহঁতে বিনা কাৰণতে মোৰ বিৰুদ্ধাচৰণ কৰিছে ।'

— এনাচটেচিয়াৰ শান্ত সমাহিত মুখত এক ঐশ্বৰিক জ্যোতি ।

— আইভানে গোপনে কোবাৰ দৰে ক'লে 'মই যি কৰিব ওলাইছোঁ সেয়াই শুদ্ধনে ? শুদ্ধনে ?

— আশাকৰো ভগৱানে মোক শাস্তি দিব খোজা নাই ।

— স্তোত্ৰ পাঠ চলি আছে ।

— মোৰ দেশমাতৃৰ সন্তানসকলৰ বাবে মই আজি অচিনাকী, মোৰ ভাইসকলে মোক ভুল বুজিলে ।

মাল্যুতাই আৰু নতুন খবৰ পঢ়ি শুনালে – 'টুগুনটি প্ৰণস্কিক গ্ৰেপ্তাৰ কৰা হৈছে । বৰ্তমান তেওঁক মস্কোলৈ অনা হৈছে ।

— 'মই শুদ্ধনে, মই ভবা কথাবোৰ শুদ্ধনে ?

— এনাচটেচিয়া নিৰুত্তৰ ।

— দেৱালৰ ফ্ৰেস্কোৰ কাষত ইউফ্ৰোচিনিয়াই কি কৰিছে বাৰু ? আৰু ফ্ৰেস্কোত কৰুণনেত্ৰে চাই থকা মানুহজন কোন বাৰু ? আইভান নেকি ?

এনাচটেচিয়াৰ কফিনত নিজৰ কপাল খুন্দিয়াই আইভানে কৈ গ'ল, যেতিয়া মই কান্দিছিলো, নিজকে নিন্দা কৰিছিলো ভৰ্ৎসনা কৰিছিলো ।

বাচমানোভে দৌৰি আহি তেওঁৰ দেউতাকক কিবা ক'লে ।

মোৰ প্ৰাসাদৰ দুৱাৰ দলিত থিয় হৈ মোৰ বন্ধুসকলে মোৰেই বিৰুদ্ধে চিঞৰি চিঞৰি ক'ব ধৰিছে । আজি মোৰ হিয়া ভাঙি গৈছে । কোনেও মোলৈ চাই আজি পুতৌও নকৰে । মোক সান্ত্বনা দিবলৈকো আজি কোনো নাই ।'

—'কিন্তু মস্কোৰ জাৰ এতিয়াও হাৰি যোৱা নাই' মাল্যুতাই ক'লে । লগে লগে আটায়ে আইভানৰ ওচৰলৈ আহি আঁঠু ললে ।আইভানে তেওঁলোকলৈ চাই ক'লে – 'তোমালোকৰ সংখ্যায়ে খুবেই কম । মোৰ বন্ধু কলিচভক মাতি পঠোৱা, যাৰ হাতত মই এদিন চ'লভেটস্কি গীৰ্জাৰ দায়িত্ব অৰ্পণ কৰিছিলো । যাক মই মুখ্য ধৰ্মযাজকৰ আসনত বহুৱাইছিলো ।

কিন্তু কলিচভ নাহিল বৰং বয়াৰসকলৰ লগত হাত মিলাবলৈ উপদেশ দিহে পঠালে ।হঠাৎ ভাগি পৰা আইভানৰ মুখ দৃঢ় হ'ল আৰু মুহূৰ্তৰ ভিতৰতে সিদ্ধান্ত ললে মস্কো এৰি গুচি যাবলৈ ।

— 'যেতিয়ালৈ মোৰ দেশৰ মানুহে মোক নিবিচাৰে মই আৰু মস্কোলৈ ফিৰি

নাহো । আইভানে যেন প্ৰতিজ্ঞা কৰিলে 'দেশৰ সৰ্বসাধাৰণৰ সমৰ্থনেৰেহে মোৰ হাত টনকিয়াল হ'ব, জনতাৰ শক্তি হ'ব মোৰ শক্তি আৰু সেই শক্তি হ'ব অপাৰ , তেতিয়াই মই মোৰ শত্ৰুবোৰক নিষ্ঠুৰভাৱে দমন কৰিব পাৰিম ।

জাৰৰ বন্ধুসকলে কিন্তু তেওঁৰ এই মন্তব্য এৰি যোৱা কথাটোত একমত হ'ব নোৱাৰিলে । নিজৰ বন্ধুসকলৰ পৰা সমৰ্থন আদায় কৰিব নোৱাৰি আইভানে এনাচটেচিয়াৰ পিনে চালে, কিন্তু এনাচটেচিয়াৰ মৃতদেহ চকু মুদি নীৰৱে শুই আছে । এপাত কাঁড়ৰ দৰে আইভান প্লেটফৰ্মত থিয় হ'ল ।একেথৰে চাই থাকিল এনাচটেচিয়াৰ পিনে । এটা সময়ত তেওঁ অনুভৱ কৰিলে, তেওঁৰ এই সিদ্ধান্তত যেন মৰমৰ পত্নীৰ সমৰ্থন আছে । আইভানে ক'লে— 'মোৰ আৰু কোনো চিন্তা নাই এনাচটেচিয়া ।'

আৱহসঙ্গীত বাজি উঠে — আইভান ছবিৰ মূল গীত শুনা যায়, যাক আমি ইতিমধ্যে কেইবাবাৰো শুনিছোঁ সহস্ৰ কণ্ঠত ।

"............. ধুমুহা আহিছে"

আইভানে এনাচটেচিয়াৰ কফিনৰ পৰা হাত এৰাই কোনো সহায় নোহোৱাকৈ নিজৰ ভৰিত থিয় হ'ল । নতুন শক্তি আৰু সংকল্প তেওঁৰ চকুমুখে ফুটি উঠে । এনাচটেচিয়াৰ দেহ চুই যেন তেওঁ শপত খালে ।

............... দেশৰ জনগণৰ সিদ্ধান্ত ভগৱানৰো সিদ্ধান্ত । ৰাইজৰ .খৃষ্টীয়া কণ্ঠস্বৰ ভগৱানৰো কণ্ঠস্বৰ ।

................ মই মোৰ হাতৰ মুঠিত তুলি ললো সৃষ্টিকৰ্তাৰ প্ৰতিশোধৰ তীক্ষ্ণ তৰোৱাল ।'

এই গীতৰ ধ্বনি আৰু বিশাল হৈ এক কৰুণ আৱহসঙ্গীতত পৰিণত হয় । আইভানে এনাচটেচিয়াৰ কপালত চুমা খাই, কণমানি নিঃসঙ্গ আইভানে দৃঢ় হোৱাৰ দৰেই জাৰ আইভানো আজি নিঃসঙ্গ হৈয়ো সংকল্পবদ্ধ হয়, দৃঢ় হয় । গীৰ্জাৰ প্ৰকাণ্ড গম্বুজ, ধেনুভিড়ীয়া 'আৰ্চ' প্ৰকাণ্ড প্ৰকাণ্ড স্তম্ভ সকলোতে যেন আইভানে শুনিবলৈ পায় ৰাছিয়াৰ সম্ৰাট 'জাৰ'ৰ শপত —

— মই ভগৱানৰ সম্মুখত প্ৰতিজ্ঞা কৰিছোঁ,

— এক ভয়াবহ শপত,

— ৰাছিয়াৰ জাৰৰ ইচ্ছানুসৰি সকলো কাৰ্য্য সম্পাদন কৰিম,

— ৰাছিয়াৰ সকলো শত্ৰুকে ধ্বংস কৰিম,

— ৰাছিয়াৰ জনগণৰ ওচৰত দোষীসকলৰ ৰক্তক্ষয় কৰিম,

— ৰাছিয়াক বিশ্বাসঘাতকতা কৰা সকলক অগ্নিদগ্ধ কৰিম,

— সকলো প্ৰৱঞ্চকৰে শিৰচ্ছেদ কৰিম,

— মহান দেশ ৰাছিয়াৰ, জনগণৰ শত্ৰু কাকোৱে ক্ষমা কৰা নহয় ........ ।'

জাৰৰ কথাবোৰ প্ৰতিধ্বনিত হৈ থকা শব্দৰ লগত মিলি যায় অগণন জনতাৰ কণ্ঠ ।শুধ বগা বৰফৰ মাজেৰে অগণন জনতা আহি আছে হাতত বিগ্ৰহ, বিজয় পতাকা আদি লৈ । তেওঁলোকে সৰ্পিল গতিত আগবাঢ়ি আছে আলেকজেণ্ডাৰ শ্লোহ্বাদলৈ য'ত তেওঁলোকৰ আদৰৰ, সন্মানৰ শ্ৰদ্ধাৰ, জাৰ আইভান বৈ আছে তেওঁলোকৰ বাবে ।আজি তেওঁলোক আহিছে আইভানক আদৰি নিবলৈ মস্কো অভিমুখে । তেওঁলোক আহি জাৰৰ সন্মুখত আঁঠু ললে, আইভান ৰাইজৰ লগত যাবলৈ সাজু হ'ল আৰু সাজু হ'ল তেওঁ ভয়ানক আইভান নামৰ যথাৰ্থতা প্ৰমান কৰিবলৈ ।

ইয়াতেই আইভান দা টেৰিবল ছবিৰ প্ৰথম খণ্ড শেষ হৈছে ।



# "বেল-আমি"

পেৰিচ, ১৮৮৫ চন। দৈনিক সংবাদ পত্ৰ 'লা ভাই ফ্ৰাঁচাই'ৰ অন্যতম সম্পাদক চাৰ্লছ ফৰেচতিয়েৰ সেনাবাহিনীৰ প্ৰাক্তন অফিচাৰ । কপৰ্দকহীন প্ৰাক্তন সৈনিক জৰ্জেচ দুৰয় চাকৰি বিচাৰি তেওঁৰ পুৰণি সহকৰ্মী চাৰ্লছক দেখা কৰিলেহি । চাৰ্লছে দুৰয়ক সংবাদপত্ৰখনৰ মালিকৰ লগত পৰিচয় কৰি দিয়াৰ বাবে পিচদিনা সান্ধ্যভোজনলৈ আমন্ত্ৰণ কৰিলে, লগতে দুৰয়ৰ অৱস্থাৰ কথা জানি অনুষ্ঠানৰ উপযোগী কাপোৰ কানি কিনাৰ বাবে কিছু ফ্ৰাঁ ধন ধাৰলৈ বুলি দিলে ।

পিচদিনাৰ সান্ধ্যভোজনৰ লগতে বাতৰি কাকতৰ মালিক মঁচিয়ে ওয়াল্টাৰৰ লগত দুৰয়ৰ যি পৰিচয় হ'ল, সেয়াই তেওঁৰ ভাগ্য খুলি দিলে ।ওয়াল্টাৰে দুৰয়ক আলজেৰিয়াৰ অভিজ্ঞতা সম্বন্ধে তেওঁলোকৰ কাকতত ধাৰাবাহিকভাৱে লিখিবৰ বাবে নিযুক্ত কৰিলে ।কামটো দুৰয়ৰ বাবে খুব সহজসাধ্য নাছিল । পিচদিনাৰ পৰাই তেওঁৰ লেখাৰ প্ৰথম খণ্ডটো ওলোৱাৰ কথা, গতিকে লেখাটো কেনেদৰে আৰম্ভ কৰিব, ৰচনাশৈলী কেনে হ'ব ইত্যাদি সকলোবোৰ দিশ খৰচি মাৰি আলোচনা কৰিবৰ কাৰণে দুৰয় ৰাতিপুৱাতে গৈ চাৰ্লছৰ ওচৰ চাপিলে ।চাৰ্লছ সেই মুহূৰ্তত এটি বিশেষ কামত বাহিৰলৈ যোৱাৰ বাবে সাজু হৈছিল, গতিকে তেওঁৰ পৰিবাৰ মাদমোজেল ফৰেচতিয়াৰৰ লগত কথাবোৰ আলোচনা কৰিবৰ বাবে কৈ তেওঁ ওলাই গ'ল ।দুৰয়ে বন্ধু পত্নীৰ লগ লাগি ধুনীয়া প্ৰবন্ধ এটি লিখি উলিয়ালে ।ইয়াৰ পিচৰে পৰা দুৰয়ে বন্ধু পত্নীৰ সহযোগিতাত প্ৰতিষ্ঠা লাভ কৰিলে । চৌদিশে বিশেষকৈ সমাজৰ ওপৰ মহলত দুৰয়ৰ নাম চাটি পৰিলে আৰু নামৰ লগতে তেওঁৰ দৰ্মহাও দিনে দিনে বাঢ়ি যাবলৈ ধৰিলে ।

— কোনো এক সান্ধ্যভোজনৰ অনুষ্ঠানতে দুৰয়ৰ পৰিচয় হৈছিল মাদমোজেল মাৰিল্লৰ সৈতে আৰু সেই পৰিচয় সূত্ৰেই এদিন সন্ধিয়া দুৰয় গৈ ভদ্ৰমহিলাৰ ঘৰত উপস্থিত হ'লগৈ ।সময়ত দুৰয় আৰু মাৰিল্লৰ বন্ধুত্ব গাঢ় হ'ল ।ভদ্ৰ মহিলাৰ স্বামী দ্যা মাৰিল্ল এজন আঢ্যৱন্ত পুৰুষ, বিভিন্ন কামত তেওঁ বাহিৰে বাহিৰে ঘূৰি ফুৰিব লাগে । ভদ্ৰ মহিলাই আৰম্ভণিতে তেওঁৰ প্ৰেমিক দুৰয়ৰ ঘৰতে কিছু সময় কটাই দিছিল কিন্তু

পিচৰ পিনে তেওঁলোকৰ খালী পৰি থকা 'ফ্লেট' এটাত দুয়ো মিলিত হৈ দুয়োৱে কামনা চৰিতাৰ্থ কৰিবলৈ ধৰিলে । ভদ্ৰ মহিলাৰ লগত কেৱল দৈহিক সম্পৰ্কই নহয়, প্ৰয়োজন অনুসৰি ধন-বিতৰ লগতে উচ্চ মহলাৰ বিভিন্ন ব্যক্তিৰ লগত দুৰয় পৰিচিত হ'ল । ভদ্ৰ মহিলাৰ যুৱতী কন্যা লৰাইনেই প্ৰথমে দুৰয়ৰ নামকৰণ কৰিলে 'বেল-আমি' বুলি । লাহে লাহে দুৰয়ৰ এই উপ-নামটি বন্ধু মহলৰ মুখে মুখে শুনা গ'ল ।

মঁচিয়ে ফৰেচতিয়াৰে কিছুদিন ধৰি শ্বাস ৰোগত ভুগিছিল, শৰীৰৰ অৱস্থাও লাহে লাহে বেয়াৰ পিনে ঢাল খাইছিল । আৰু এই সময়তেই সুযোগ বুজি দুৰয়ে বন্ধু পত্নীৰ লগত দৈহিক সম্বন্ধ স্থাপন কৰাত উঠি-পৰি লাগিছিল । বন্ধু পত্নীয়ে দুৰয়ৰ লগত সম্বন্ধ স্থাপন কৰিলেও তাৰ বেছি আগবঢ়াৰ ক্ষেত্ৰত তেওঁক আঁসৈ নিদিছিল । আনহাতে নিৰ্লজ্যৰ দৰে দুৰয়ে বন্ধু পত্নীক প্ৰস্তাৱ দিছিল যে তেওঁ যেন ফৰেচতিয়েৰৰ মৃত্যুৰ পিচত দুৰয়ক বিয়া কৰায় ।

ফৰেচতিয়েৰ পত্নীৰ উপদেশ ক্ৰমে দুৰয়ে মাদাম ওয়াল্টাৰৰ লগত ঘনিষ্ঠ সম্বন্ধ গঢ়ি তুলিলে । এসপ্তাহ মানৰ পিচতে দুৰয়ক কাকতখনৰ 'প্ৰতিধ্বনি' শীৰ্ষক গুৰুত্বপূৰ্ণ বিভাগটোৰ সম্পাদক নিযুক্ত কৰা হ'ল । নতুন কাৰ্যভাৰ লোৱাৰ পিচতেই 'লাপ্লুম' নামৰ প্ৰতিদ্বন্দ্বী সংবাদপত্ৰখনৰ সম্পাদকে দুৰয়ক ভেটি খাই সংবাদ গোপন কৰা নাইবা মিছা সংবাদ পৰিবেশন কৰা বুলি অভিযুক্ত কৰিলে । 'লা ভাই ফ্ৰাঁচাই' কাকতৰ সুনাম ৰক্ষাৰ বাবে দুৰয়ে তেওঁৰ প্ৰতিদ্বন্দ্বীক দ্বন্দ যুদ্ধৰ বাবে প্ৰত্যাহ্বান জনালে । প্ৰতিপক্ষ নিৰৱে থকাৰ বাবে আৰু দুৰয়ৰ সাহসৰ স্বীকৃতি হিচাপে মঁচিয়ে ওয়াণ্টাৰে দুৰয়ৰ দৰ্মহা বঢ়ায়ে ক্ষান্ত নহ'ল. তেওঁক আৰু বেছি স্বাধীনভাৱে কাম কৰি যাবলৈ উৎসাহ দিলে ।

দুৰয়ে মাদমোজেল দ্যা মাৰিল্লৰ ভাড়াঘৰ, তেওঁলোকৰ গোপন মিলনস্থানলৈ উঠি আহিল, অৱশ্যে মাৰিল্ল পত্নীক তেওঁ কথা দিলে যে দুৰয়ে তেওঁৰ বন্ধু-বান্ধৱ কাকো সেই ঠাইলৈ নানে । ইয়াৰ কিছুদিনৰ পিচতে ফৰেচতিয়েৰ ঢুকাল, মৃতদেহ সৎকাৰ কৰাৰ আগেয়েই দুৰয়ে বন্ধু পত্নীক আগৰ দৰেই বিবাহৰ প্ৰস্তাৱ দিলে যদিও বিধবা বন্ধু পত্নীয়ে যিমান পাৰে দুৰয়ক এৰাই চলিবলৈ ধৰিলে । কিন্তু এবছৰ নৌহঁওতেই দুয়ো বিবাহ-পাশত আবদ্ধ হ'ল । বিয়াৰ পিচতে দুৰয়ে কেইদিনমানৰ বাবে মাক-দেউতাকক লগ ধৰাৰ বাবে নৰবৈলৈ গ'ল । সাধাৰণ মানুহখিনিৰ মৰমেও দুৰয়ক বেছি দিন ৰখাব নোৱাৰিলে । প্যাৰিছলৈ উভতি আহি দুৰয়ে তেওঁৰ স্ত্ৰীৰ সহায়ত প্ৰভাৱশালী লোকসকলৰ লগত বন্ধুত্ব স্থাপন কৰিবলৈ উঠি-পৰি লাগিল । ফলত ৰাজনৈতিক মহলতো দুৰয় হৈ পৰিল এটি অপৰিহাৰ্য নাম । নিজ স্বাৰ্থ পূৰণৰ পিচত দুৰয়ে তেওঁৰ স্ত্ৰীৰ সৈতে সম্বন্ধ ত্যাগ কৰিলে আৰু পুনৰ মাদাম ওয়াল্টাৰৰ লগত আগৰ দৰে মিলামিছা কৰিবলৈ ধৰিলে । একেসময়তে মাদমোজেল দ্যা মাৰিল্লৰ লগতো সম্পৰ্ক চলাই এই প্ৰতিপত্তিশালী মহিলাসকলৰ সহায়ত নিজ স্বাৰ্থ পূৰণত ব্ৰতী হ'ল ।

এইবাৰ দুৰয়ৰ চকু পৰিল মাদাম ওয়াল্টাৰৰ ধনী ৰূপহী গাভৰু সুজান্নালৈ, তেওঁক বিয়া কৰাবলৈ দুৰয়ে উঠি-পৰি লাগিল ।এই সময়তে মঁচিয়ে ওয়াল্টাৰৰ বন্ধু বৈদেশিক মন্ত্ৰী লাৰোছে মাথিউৰ সান্নিধ্যলৈ আহি চৰকাৰী গুপ্ত খবৰ সংগ্ৰহ কৰি খবৰৰ কাগজত প্ৰকাশ কৰি সাংবাদিক হিচাপেও বেচ নাম কিনি ল'লে ।এই গুপ্ত খবৰৰ ভিতৰৰ এটা হ'ল ফৰাচী চৰকাৰে মৰক্কো সংক্ৰান্ত ঋণৰ জামিনদাৰ হ'বলৈ স্থিৰ কৰাটো । ঋণৰ লভ্যাংশৰ লোভত মন্ত্ৰীগৰাকীয়ে তেওঁৰ বন্ধু পত্নী মাদাম ওয়াল্টাৰকো কিছু অংশ কিনি ল'বলৈ সহায় কৰিলে ।এই সকলো গুপ্ত তথ্য বাতৰি কাকতত প্ৰকাশ কৰাৰ ভয় দেখুৱাই সুজান্নাক দুৰয়ৰ লগত বিয়া দিবলৈ মান্তি কৰালে তেওঁৰ মাক মাদাম ওয়াল্টাৰক। নিজৰ প্ৰেমিকক জীয়েকৰ হাতত তুলি দিবলৈ মাদাম ওয়াল্টাৰৰ কষ্ট হৈছিল যদিও পৰিস্থিতিৰ বাবেই তেওঁ এই প্ৰস্তাৱ মানি ল'বলৈ বাধ্য হৈছিল । ফলত এক বিষণ্ণ মনেৰেই মাদাম ওয়াল্টাৰে সুজান্না আৰু দুৰয়ৰ গীৰ্জাত চলি থকা বিবাহ প্ৰক্ৰিয়া চাই থাকিবলৈ বাধ্য হ'ল ।মন্ত্ৰী মহোদয়ৰ সুপাৰিচতে দুৰয়ক দিয়া হ'ল 'ক্ৰুছ অব দা লিজিয়েন অব অনাৰ' নামৰ ৰাষ্ট্ৰীয় পুৰস্কাৰ ।

অৱশ্যে এই বিবাহ অনুষ্ঠানৰ আগেয়েই দুৰয়ে দুটা গুৰুত্বপূৰ্ণ কাম সমাধা কৰি লৈছিল । ৰাষ্ট্ৰীয় পুৰস্কাৰ পোৱাৰ পিচতে দুৰয়ে মন্ত্ৰীৰ সহায়ত প্ৰথমা স্ত্ৰীৰ সৈতে বিবাহ বিচ্ছেদ আদায় কৰি লৈছিল আৰু তাৰ কিছুদিন পিচতে সকলো চৰকাৰী গোপন তথ্য কাকতত প্ৰকাশ কৰি দি লৰোছে মাথিউৰ মন্ত্ৰীত্বৰ পতন ঘটোৱাৰ লগতে দুৰ্ধৰ্ষ সাংবাদিক হিচাপে নিজকে প্ৰতিষ্ঠিত কৰিছিল । মঁচিয়ে ওয়াল্টাৰে তেওঁৰ এই লম্পট জোঁৱাইক ভাগ্যৰ লিখন বুলি মানি ল'বলৈ বাধ্য হ'ল আৰু তেওঁৰ বহুল প্ৰচাৰিত 'লা ভাই ফ্ৰঁচাই' সংবাদ পত্ৰখনৰ মুখ্য সম্পাদক পদত নিয়োগ কৰিলে ।

বিয়াৰ পিচত দেউতাকৰ হাতত ধৰি সুজান্না গীৰ্জাৰ চিৰিৰে নামি আহিছে, নিষ্পাপ আনন্দ উচ্ছল তাইৰ মুখ, তাইৰ স্বামী দুৰয়ৰ মুখত ভাঁহি উঠিছে পৰিতৃপ্তিৰ হাঁহি । গীৰ্জাৰ ভিতৰৰ অনুষ্ঠান চলি থাকোতে দুৰয়ে মাদমোজেল দ্যা মৰিল্লৰ লগত দৃষ্টি বিনিময় হওঁতে চকু টিপিয়াই জনাই দিলে যে মহিলাৰ প্ৰতি তেওঁৰ অনুৰাগ আৰু আসক্তিৰ সম্পৰ্কটো শেষ হৈ যোৱা নাই ।সুন্দৰী যুৱতী স্ত্ৰীৰ হাতত ধৰি দুৰয় আগবাঢ়ি গৈ আছে সমবেত বন্ধু-বান্ধৱ আৰু শুভাকাংক্ষী সকলৰ পিনে, দিব্য চকুৰে যেন দুৰয়ে দেখিবলৈ পাইছে আৰু কেইখোজমান আগুৱাই যাব পাৰিলেই তেওঁ ৰাষ্ট্ৰীয় ক্ষমতাৰো অধিকাৰী হ'ব পাৰিব, প্ৰয়োজন মাথোন সুযোগ-সুবিধা আদায় কৰাৰ কৌশল ।

গাই দ্য মোপাছাঁৰ একে নামৰ বিখ্যাত উপন্যাসৰ আধাৰত নিৰ্মিত এই ছবিখনৰ উপস্থাপন ৰীতি লেখকৰ মূল কাহিনীৰ প্ৰকৃতিবাদী অলৌকিক পৰিকল্পনাৰ যথাৰ্থ প্ৰকাশ । ১৮৮৫ চনত প্ৰথম প্ৰকাশিত এই উপন্যাসৰ 'বেল আমি' নামটিৰ লগত আৰু এটা নাম জড়িত, সেয়া হ'ল 'অকৃতজ্ঞৰ ইতিহাস' ।কাহিনীৰ ঘটনা প্ৰবাহৰ লগত এই

দ্বিতীয় নামটি বেছি খাপ খোৱা । প্ৰতাৰণা, অবৈধ জীৱন আৰু ব্যক্তিগত লাভৰ বাবে যিকোনো স্তৰলৈ নামি যাব পৰা এজন চৰিত্ৰহীন লোক কাহিনীৰ নায়ক আৰু তেওঁৰ দ্বাৰা প্ৰতাৰিত নাৰী আৰু পুৰুষৰ চৰিত্ৰ চিত্ৰন এই উপন্যাসৰ আধাৰ । 'বেল আমি' ফৰাচী বাস্তৱবাদী শিল্পী সাহিত্যিকসকলৰ দুঃসাহসিক চিন্তাধাৰাত দীক্ষিত মোপাছাঁৰ অতুলনীয় ৰচনা সম্ভাৰৰ এক অন্যতম সৃষ্টি । কিন্তু তাৰে আধাৰত নিৰ্মিত চলচ্চিত্ৰখনত সেই ক্লাছিকধৰ্মী সৃষ্টিৰ অভাৱ দেখা যায় । ছবিৰ পৰিচালকজনে উপন্যাসৰ লেখকৰ ওচৰত হাৰ মানিছে ।



# "বাদেন ব্ৰুক্‌ছ"

১৯২৯ চনত সাহিত্যত নবেল বঁটা বিজয়ী টমাছ মানৰ 'বাদেন ব্ৰুক্‌ছ' উপন্যাসৰ সময় আৰু ঘটনাস্থল ঊনবিংশ শতাব্দীৰ জাৰ্মেনী। সামাজিক এই উপন্যাসখন ১৯০২ চনত প্ৰকাশিত হোৱাৰ পিচৰে পৰা বিশ্ব সাহিত্যৰ এখনি উৎকৃষ্ট গ্ৰন্থ হিচাপে সমাদৃত হৈ আহিছে। অৱশ্যে আমি মূল উপন্যাসখন পঢ়া নাই যদিও এই উপন্যাসখনৰ আধাৰত নিৰ্মিত ছবিখন চাই সমকালীন সমাজৰ ভোগ-বিলাস, উচ্চ-নীচ ভেদাভেদ, উত্থান-পতনৰ হুবহু চিত্ৰ দেখিবলৈ পাওঁ। ছবিখন নিৰ্মিত হৈছিল ১৯২৪ চন মানত। চলচ্চিত্ৰৰ সেয়া চালুকীয়া যুগ, পৰিচালক 'দা কেবিনেট অব ডঃ কালিগৰি' (১৯১৮ চন) খ্যাত ৰবাৰ্ট ওৱাইন। 'ডঃ কালিগৰি'ৰ দৰে এখন অবাস্তৱ, উদ্ভট চিন্তাৰ ভয়াবহ ছবি নিৰ্মাণৰ পিচত ওৱাইনে 'বাদেন ব্ৰুক্‌ছ'ৰ দৰে বাস্তৱধৰ্মী ছবি এখন নিৰ্মাণৰ অনুপ্ৰেৰণা হয়তো যশস্বী চিত্ৰ পৰিচালক ষ্ট্ৰোহেইমৰ 'গ্ৰীড' নামৰ ছবিখনৰ পৰাই পাইছিল। আমেৰিকাৰ বাস্তৱধৰ্মী উপন্যাস ফ্ৰেন্স নোৰিছৰ 'মেকটিগ'ৰ আধাৰত নিৰ্মিত হৈছিল 'গ্ৰীড' (১৯২৩ চন) আৰু চলচ্চিত্ৰৰ ইতিহাসত এই ছবিখনকেই সৰ্বপ্ৰথম বাস্তৱধৰ্মী ছবি বুলি কোৱা হয়। যদিও চলচ্চিত্ৰ হিচাপে 'গ্ৰীড'ৰ দৰে সমাজৰ খুটি-নাতিৰ প্ৰতি সূক্ষ্মদৃষ্টি, বাস্তৱ চৰিত্ৰ চিত্ৰণৰ অপূৰ্ব পদ্ধতি নাইবা সম্পাদনাৰ বৈশিষ্ট্য 'বাদেনব্ৰুক্‌ছ'ত পোৱা নাযায়, তথাপি অতীতৰ জাৰ্মেনীৰ এখন উৎকৃষ্ট সৃষ্টি হিচাপেই আমি ছবিখন চাব লাগিব।

১৮৭৫ চন, জাৰ্মেনীৰ বিখ্যাত বাদেনব্ৰুক পৰিয়ালৰ ধন, গৌৰব আৰু ব্যৱসায়, এই সকলোবোৰৰে উত্তৰাধিকাৰী যোহানৰ সময়তে পাৰিবাৰিক অৱস্থা সমৃদ্ধিৰ শীৰ্ষবিন্দু পাইছিল। যোহানৰ মৃত্যুৰ পিচত ডাঙৰ ল'ৰা জাঁ এই সমগ্ৰ সম্পত্তিৰ অধিকাৰী হ'ল। জাঁৰ প্ৰথম সন্তানৰ জন্ম হয় মেডষ্ট্ৰাচিৰ পাৰিবাৰিক বিৰাট ঘৰটোৰ এটা কোঠাত, নাম ৰখা হ'ল এন্টোনি — ঘৰত মতা নাম টোনি। অভিজাত পৰিয়ালৰ সকলো গুণৰ অধিকাৰিণী হ'ল তাই। টোনিৰ পিচতে জন্ম হ'ল এটি পুত্ৰ সন্তানৰ - নাম ৰখা হ'ল টম। তৃতীয় সন্তান খ্ৰীষ্টিয়ান জন্মৰ পৰাই উদ্ভট স্বভাৱৰ। সৰুৰে পৰা বাদেনব্ৰুক

পৰিয়ালৰ বিষয়-সম্পত্তিৰ প্ৰতি টমৰ যি আকৰ্ষণ তাৰ বিপৰীতে খ্ৰীষ্টিয়ান কিন্তু পাৰিবাৰিক দায়িত্বৰ প্ৰতি উদাসীন ।

যুৱতী সুন্দৰী টোনিৰ প্ৰতি হেৰ গ্ৰুণলিন নামৰ যুৱকজনৰ স্বাভাৱিক আসক্তি দেউতাক জাঁৰ চকুত পৰিল ।গ্ৰুণলিন জাঁৰ বন্ধু পুত্ৰ, প্ৰতিপত্তিশীল পৰিয়ালৰ ল'ৰা । গতিকে টোনিৰ লগত গ্ৰুণলিনৰ বিয়াৰ কথা-বতৰা চলিল । জেদী অহংকাৰী টোনিয়ে গ্ৰুণলিনৰ তেলীয়া স্বভাৱৰ কাৰণে তাক অৱজ্ঞা কৰি যাবলৈ ধৰিলে আৰু গ্ৰুণলিনৰ সান্নিধ্যৰ পৰা আঁতৰিবৰ বাবেই তাই দূৰৈৰ সাগৰৰ পাৰলৈ গুচি গ'ল ফুৰিবলৈ । তাতেই লগ পালে মোৰ্টেন চাৰ্জকফ নামৰ ডাক্তৰী পঢ়ি থকা ডেকা এজনক । প্ৰথম দৰ্শনতে প্ৰেম, বাতৰিটো শুনি জাঁ আৰু পত্নী ফ্ৰাউ বাদেনব্ৰুকে লৰালৰিকৈ টোনিক ঘৰলৈ ওভতাই অনালে । বংশগত শিক্ষাৰে লালিত পালিত আৰু পাৰিবাৰিক ঐতিহ্যৰ প্ৰতি সচেতন টোনিক বুজাই বঢ়াই অৱশেষত গ্ৰুণলিনৰ লগত বিবাহ বন্ধনত মান্তি কৰালে । বিয়াৰ দিন ঠিক হ'ল, যৌতুক হিচাপে গ্ৰুণলিনক আশী হাজাৰ মাৰ্ক দিয়াৰ প্ৰতিশ্ৰুতিও দিয়া হ'ল । বিয়াৰ পিচত এঠৈছ বছৰীয়া তৰুণী ভাৰ্য্যাক লৈ গ্ৰুণলিন নিজ চহৰলৈ গ'ল । কিন্তু দিন যোৱাৰ লগে লগে টোনিয়ে অনুভৱ কৰিবলৈ ধৰিলে যে গ্ৰুণলিনে তাইক সজাৰ বন্দী কৰিহে ৰাখিবলৈ বিচাৰে, বন্ধু-বান্ধৱ বা পৰিয়ালৰ আত্মীয়-কুটুম্বৰ লগত পৰিচিত হ'বলৈকো নিদিয়ে । স্বাধীনচিন্তীয়া বাদেনব্ৰুক পৰিয়ালৰ কন্যাৰ এই অৱস্থা মুঠেই পছন্দ নহ'ল । চিঠিৰে মাক দেউতাকক এই অভিযোগবোৰ জনালে, কিন্তু ঘৰৰ পৰা কোনো সহাৰি নাপাই অৱশেষত টোনি ভাগৰি পৰিল, স্বামীৰ ঘৰত এক অশান্ত জীৱন-যাত্ৰাৰ আৰম্ভ হ'ল বিখ্যাত বাদেনব্ৰুক পৰিয়ালৰ কন্যা টোনিৰ ।

আনহাতে টমে পৰিয়ালৰ ব্যৱসায়-বাণিজ্য চোৱা-মেলা কৰিবলৈ আৰম্ভ কৰি দিলে । টমৰ বাবেই দিনে দিনে বাদেনব্ৰুক প্ৰতিষ্ঠানসমূহৰ পৰা আৰ্থিক আয় বাঢ়ি যাবলৈ ধৰিলে । দ্বিতীয় পুত্ৰ খ্ৰীষ্টিয়ানৰ কিন্তু ব্যৱসায় বাণিজ্য নাইবা পাৰিবাৰিক অৰ্থ সম্পত্তিৰ প্ৰতি কোনো টান নাই, তদুপৰি শাৰীৰিকভাৱে সি দুৰ্বল । দেশ-বিদেশ ভ্ৰমণৰ উদ্দেশ্যে খ্ৰীষ্টিয়ান দক্ষিণ আমেৰিকালৈ বুলি ৰাওনা হ'ল ।

টোনিৰ স্বামী গ্ৰুণলিনৰ আৰ্থিক অৱস্থা লাহে লাহে বেয়া হৈ আহিছিল । তেওঁৰ ব্যৱসায়ৰ দুৰ্বলতাৰ বাবে তেওঁৰ পৰা টকা-পইচা পাব লগা সকলেও তেওঁক পাওনা সাধিবলৈ ধৰিলে, কেইজনমানে শহুৰেকৰ পৰা টকা লৈ তেওঁলোকৰ দেনা শোধাবলৈ উপদেশ দিলে । জাঁ বাদেনব্ৰুকৰ এতিয়া আৰু বুজিবলৈ বাকী নাথাকিল গ্ৰুণলিনে টোনিক বিয়া কৰোৱাৰ উদ্দেশ্য । তদুপৰি গ্ৰুণলিনে যে বিয়াৰ আগেয়ে বিভিন্নজনৰ পৰা ধাৰ কৰিহে তেওঁৰ মিছা আভিজাত্য দেখুৱাইছিল তাকো জাঁই বুজি পালে । ইমানদিনে বাদেনব্ৰুকৰ কথা কৈয়ে তেওঁৰ ব্যৱসায়িক ব্যৰ্থতা ঢাকি ৰাখি পাওনাদাৰ-সকলক পতিয়ন নিয়াবলৈ সক্ষম হৈছিল ।গ্ৰুণলিনে ভাবিছিল টোনি নাইবা নাতিনীয়েক

এৰিকাৰ বাবে হ'লেও শহুৰেকে তেওঁক এই অৰ্থকষ্টৰ পৰা ৰেহাই দিব, কিন্তু জোঁৱায়েকক এজন ঠগ বুলি জনাৰ পিচত জাঁ বাদেনব্রুকে টোনি আৰু নাতিনীজনীক তেওঁৰ ঘৰলৈ লৈ আহিল । টোনিৰ যৌতুকৰ ধন আত্মসাৎ কৰাৰ অভিযোগ আনি, লগতে তেওঁৰ নিজৰ প্ৰতিপত্তিৰ প্ৰভাৱত বাদেনব্রুকে টোনি আৰু গ্ৰুণলিনৰ বিবাহ বিচ্ছেদৰ ব্যৱস্থা সহজেই সম্পন্ন কৰিলে ।

জাঁ বাদেনব্রুকে তেওঁৰ নিজৰ ঘৰ-বাৰী আৰু পৰিয়ালৰ লোকসকলক বৰ মৰম কৰিছিল, তেওঁৰ বংশ মৰ্যদাৰ প্ৰতিও আছিল গভীৰ প্ৰত্যয়, অভিমান । টোনি দেউতাকৰ ওচৰলৈ উভতি আহি আগৰ দৰেই পখিলীজনী হৈ উঠিল । বাদেনব্রুক পৰিয়ালৰ অন্যসকলে যদিও টোনিৰ বিগত দিনবোৰৰ কথা ভাবি চিন্তান্বিত আছিল, টোনিয়ে সেই দুখ পাহৰি পৰিয়ালৰ অন্য সকলোৰে দৰে ঘূৰা-ফুৰা কৰা বাবে ভালেই পালে । টোনিয়ে এতিয়া টমৰ লগত একেলগে বাদেনব্রুক প্ৰতিষ্ঠান চোৱা-চিতা কৰাৰ ভাৰ ল'লে আৰু প্ৰতিষ্ঠানৰ ক্ৰমোন্নতিৰ বাবে গৌৰৱবোধ কৰিবলৈ ধৰিলে । কিন্তু খ্ৰীষ্টিয়ানৰ কাৰণেই এই আনন্দ ক্ষন্তেকীয়া হ'ল । দক্ষিণ আমেৰিকাৰ ব্যৱসায়ত বিফল হৈ খ্ৰীষ্টিয়ান ঘৰলৈ উভতি আহিছিল, দেউতাকে কনিষ্ঠ পুত্ৰক নতুনকৈ ব্যৱসায় চলাবলৈ এটা পূৰ্ণাঙ্গ বিভাগ দি দিলে । কিন্তু খ্ৰীষ্টিয়ানৰ কামৰ প্ৰতি কোনো আগ্ৰহ নাছিল, নিজৰ দায়িত্ব এৰাই চলা, উদ্ভট পৰিকল্পনা আৰু ভগ্ন স্বাস্থ্য - এই আটাইবোৰ কাৰণৰ বাবেই খ্ৰীষ্টিয়ানৰ বিভাগটোৱে লোকচান দেখুৱাবলৈ ধৰিলে । টম কিন্তু একেবাৰে দেউতাকৰ দৰে, ঘৰ-সংসাৰ আৰু ব্যৱসায় সকলো দিশতে তেওঁ দেউতাকক অনুসৰণ কৰি চলি লাভবান হৈছিল । সেয়েহে জাঁ বাদেনব্রুকৰ মৃত্যুৰ পিচত টমেই বাদেনব্রুক পৰিয়ালৰ সকলো ব্যৱসায়ৰ তদাৰকি কৰিবলৈ গা পাতি ল'লে । পৰিয়ালৰ প্ৰধান যোগসূত্ৰৰ মৃত্যুত প্ৰথম অৱস্থাত বিভিন্ন দিশত কিছু অসুবিধা পালেও টমে সকলো দিশতে ধৈৰ্যসহকাৰে কাম চলাই যাবলৈ ধৰিলে । কিন্তু খ্ৰীষ্টিয়ানে ককায়েকৰ এই কৰ্ম পদ্ধতিৰ লগত নিজকে খাপ খুৱাই ল'বলৈ অসুবিধা পালে । তদুপৰি তেওঁৰ স্বাস্থ্যৰ এনে অৱনতি হ'বলৈ ধৰিলে যে মৰমিয়াল ককায়েকে তেওঁক ভাল চিকিৎসাৰ কাৰণে মিউনিকলৈ পঠিয়াই দিলে । মিউনিকত খ্ৰীষ্টিয়ানে এজনী দু-চৰিত্ৰা, উচ্ছৃংখল অভিনেত্ৰীৰ লগত নিজকে জড়িত কৰি নিজৰ সৰ্বনাশ মাতি আনিলে । খবৰ পাই পৰিয়ালৰ সকলো মৰ্মাহত হ'ল । কিন্তু খ্ৰীষ্টিয়ানৰ আকোৰগোজ মনোভাবৰ বাবে তেওঁলোকে অইন কোনো উপায় বিচাৰি নাপাই, তেওঁক নিজৰ মতে চলি যাবলৈ দিলে ।

টমৰ বিয়া হৈ গ'ল এটা ভাল পৰিয়ালৰ দুহিতা জেৰ্দাৰ লগত । জেৰ্দাৰ দেউতাকো এজন ধনী ব্যৱসায়ী, বিবাহ সূত্ৰে জেৰ্দাৰ লগত পোৱা যৌতুকৰ অজস্ৰ ধন-সম্পত্তি বাদেনব্রুক পৰিয়ালৰ বিপুল সম্পত্তিৰ লগতে যোগ হ'লহি । জেৰ্দা ৰূপহী আৰু সংগীতপ্ৰেমী, গতিকে বাদেনব্রুক পৰিয়ালৰ মেংষ্ট্ৰাচিৰ বাসভৱন পুনৰ ভোজসভা আৰু

গীত মাতেৰে মুখৰিত হৈ উঠিল ।

ইতিমধ্যে টোনি বিদেশ ভ্ৰমণলৈ গৈ পৃথিৱীৰ বিভিন্ন ঠাই ঘূৰি ঘৰলৈ উভতি আহিল । বিদেশ ভ্ৰমণকালত টোনিৰ লগত পৰিচয় হৈছিল মিউনিকৰ এজন সফল বীয়াৰ ব্যৱসায়ী হেৰ পাৰমানেদাৰৰ লগত । টোনিয়ে এই নতুন বন্ধুজনৰ অপেক্ষাত দিনবোৰ পাৰ কৰিবলৈ ধৰিলে । শেষত সঁচাকৈয়ে এদিন পাৰমানেদাৰ বাদেনব্ৰুক পৰিয়ালৰ বাসভৱনলৈ আহিল । পাৰমানেদাৰৰ স্থূল আদব-কায়দা পছন্দ নহ'লেও টোনিৰ বাবেই টম আৰু ফ্ৰাউ বাদেনব্ৰুকে এই নৱাগতক আদৰি ল'লে । টোনিৰ দ্বিতীয় বিবাহ হৈ গ'ল, আগতকৈ কম যৌতুকৰ টকা দিয়া হ'ল যদিও টোনিয়ে এক উজ্জ্বল ভৱিষ্যতৰ আশা লৈ স্বামীৰ লগত মিউনিকলৈ যাত্ৰা কৰিলে । এতিয়া টোনিৰ নাম ফ্ৰাউ পাৰমানেদাৰ, আগৰ ফালৰ একমাত্ৰ সন্তান এৰিকাক এটি বোৰ্ডিং স্কুললৈ পঠিয়াই দিয়া হ'ল । কিন্তু কিছুদিনৰ পিচতে টোনিয়ে আগৰবাৰৰ দৰেই বিবাহিত জীৱন সম্বন্ধে অভিযোগ কৰি মাকলৈ চিঠি লিখিবলৈ ধৰিলে । অৱশেষত এদিন টোনি কান্দি কান্দি মাকৰ ঘৰলৈ উভতি আহিল । টোনিৰ অভিযোগ — তেওঁৰ স্বামীয়ে এজনী কাম কৰা ছোৱালীৰ লগত অবৈধ সম্বন্ধত লিপ্ত হৈ বিশ্বাসঘাতকতা কৰিছে । দ্বিতীয় বিবাহ-বিচ্ছেদত টমৰ আপত্তি থাকিলেও বায়েকৰ কথা মতে টমে পাৰমানেদাৰলৈ চিঠি লিখিলে । কিন্তু পাৰমানেদাৰে কৰ্ট-কাছাৰীলৈ যোৱাৰ পৰিৱৰ্তে নিজৰ দোষ স্বীকাৰ কৰি টোনিৰ যৌতুকত দিয়া সমস্ত ধন-সম্পত্তি ওভতাই পঠিয়ালে ।

সময়ত বাদেনব্ৰুক পৰিয়ালৰ ভৱিষ্যত বংশধৰ টম আৰু জেৰ্দাৰ এটি পুত্ৰ সন্তানৰ জন্ম হ'ল । নাম ৰখা হ'ল হান্নো । হান্নো মাকৰ দৰেই সংগীত প্ৰেমী, ক্ষীণ আৰু দুৰ্বল স্বাস্থ্যৰ অধিকাৰী । টমে সৰুৰে পৰা পুত্ৰক পাৰিবাৰিক ব্যৱসায়ত লিপ্ত কৰিবলৈ হেজাৰ চেষ্টা কৰিও ব্যৰ্থ হ'ল । আনহাতে বাদেনব্ৰুক পৰিয়াললৈ আৰু এক দুৰ্যোগ নামি আহিল, মাক ফ্ৰাউ বাদেনব্ৰুকৰ মৃত্যু হ'ল । আৰু মাকৰ ঠিক মৃত্যুৰ পিচতে বাদেনব্ৰুক পৰিয়ালত ভাঙোনে ধৰিলে, টম, টোনি আৰু খ্ৰীষ্টিয়ানৰ মাজত সম্পত্তিৰ ভাগ লৈ কাজিয়া লাগিল । খ্ৰীষ্টিয়ানে তেওঁৰ ভাগৰ সম্পত্তিখিনি বিচাৰাত ধোৱাখুলীয়া স্বভাৱৰ ভায়েকলৈ সকলোখিনি সম্পত্তি দিবলৈ টম নাৰাজ হ'ল । আনহাতে টোনিয়েও তেওঁৰ ভাগৰ সম্পত্তিখিনি নিজৰ নামত বিচৰাত ইমান দিনৰ একত্ৰিত হৈ থকা বহুতৰ ঈৰ্ষাৰ লক্ষ্য বাদেনব্ৰুক পৰিয়াললৈ নামি আহিল ধ্বংসৰ অন্ধকাৰ । ইজনৰ সিজনৰ প্ৰতি অবিশ্বাস আৰু ঘৃণা আৰু অৰ্থলোভী বুলি টমৰ প্ৰতি মিছা অভিযোগ — এই সকলোবোৰ কাৰ্যকলাপৰ সুযোগ ল'বলৈ ধৰিলে তেওঁলোকৰ অহিত চিন্তা কৰা মুখাপিন্ধা বন্ধু-বান্ধৱসকলে । টমৰ পৰিশ্ৰম আৰু নিষ্ঠা সত্ত্বেও কাৰবাৰ বেয়াৰ পিনে যাবলৈ ধৰিলে । দেশৰ অৰ্থনীতিও বেয়াৰ পিনে গৈ আছে দিনে দিনে, শাসনৰ গাদীত বহিছে এচাম নতুন ৰাজনীতিবিদ । নিজৰ শাৰীৰিক অসুস্থতা, মানসিক হতাশা — এই সকলোবোৰৰ

কাৰণে টমৰ আৰু জীয়াই থকাৰ বাসনা নোহোৱা হ'ল ।

আনহাতে টোনিয়ে তাইৰ ছোৱালী এৰিকাক ভাল পাত্ৰ চায়ে বিয়া দিছিল, কিন্তু এৰিকাৰ গিৰিয়েক হেৰ ভিল্স চেঙ্ক অসৎ ব্যৱসায়ত লাগি ধৰা পৰিল আৰু বিচাৰত তেওঁৰ তিনি বছৰৰ সশ্ৰম কাৰাদণ্ড হ'ল । পাৰিবাৰিক গাঁথনিটোৱেই যেন ভাঙি যাবলৈ ধৰিলে দিনে দিনে । অৱশ্যে টোনি নাইবা এৰিকাতকৈ এই দুৰ্ঘটনাৰ বাবে বেছিকৈ ভাগি পৰিল টম । ফলস্বৰূপে অভাৱনীয় দুৰ্যোগ নামি আহিল বাদেনব্ৰুক পৰিয়াললৈ । - টমৰ মৃত্যু হ'ল । একেবাৰে আকস্মিক মৃত্যু টমৰ । অন্যমনস্ক হৈ বৰফত পৰি যোৱাৰ পিচত ঘৰলৈ লৈ অহা হৈছিল টমক, বিছনাত অচেতন অৱস্থাত প্ৰলাপ বকি বকিয়ে কেইঘণ্টামানৰ ভিতৰত সকলো শেষ হৈ গ'ল । টমৰ বিয়োগ বেদনাত সবাতোকৈ বেছি বিহ্বল হৈ পৰিল টোনি । অন্ত্যেষ্টিক্ৰিয়াৰ সময়ত মিউনিকৰ পৰা আহি উপস্থিত হ'ল খ্ৰীষ্টিয়ান, কিন্তু ককায়েকৰ মৃত্যু বেদনাতকৈ তেওঁৰ নিজৰ দুখৰ কাহিনী ব্যক্ত কৰাতহে ব্যস্ত হৈ পৰিল । টমৰ ঘৈণীয়েক জেৰ্দাৰ অৱস্থা বৰ্ণনা কৰি লাভ নাই, কাৰণ টমৰ লগত তেওঁৰ বৈবাহিক সম্বন্ধ আছিল অতি মৰমৰ, সুখৰ ।

কাজ-কৰ্ম শেষ হোৱাৰ পিচত খ্ৰীষ্টিয়ানে মিউনিকলৈ গৈ ইমানদিনৰ ৰক্ষিতাজনীক বিয়া কৰালে । একমাত্ৰ টমৰ কঢ়া শাসনৰ কাৰণেই এই বিয়া ইমানদিনে হ'ব পৰা নাছিল । খুব কম সময়ৰ ভিতৰতে খ্ৰীষ্টিয়ানৰ পৰিবাৰে টোনিক জনাই দিলে যে অতিপাত অসুস্থতাৰ কাৰণে মানসিক ভাৰসাম্য হেৰুৱাই পেলোৱা বাবে খ্ৰীষ্টিয়ানক মানসিক হস্পিতালত ভৰ্তি কৰি দিয়া হৈছে ।

বাদেনব্ৰুকসকলৰ দিনবোৰ তথাপি আগবাঢ়ি গৈ আছে, চাৰিওপিনে মহিলা পৰিবেষ্টিত হান্নো লাহে লাহে ডাঙৰ হৈ আহিছে । কিন্তু শক্তি নাইবা সাহায্য কোনোটোৱে বঢ়া নাছিল, টুটিহে গৈ আছিল । অৱশেষত টাইফয়েদ ৰোগত আক্ৰান্ত হৈ হান্নোৰো মৃত্যু হ'ল । এই দৰে ভোগ বিলাসী সমাজৰ অধঃপতনৰ করুণ কাহিনী বাস্তৱসন্মতভাৱে চিত্ৰায়িত কৰি পৰিচালকে যেন আমাক সকীয়াই দিব খোজে পৃথিৱীত একোৱেই স্থায়ী নহয় । ধন-মান-যশ-অভিমান-গৰ্ব-সকলোৰে পৰিসমাপ্তি আছে. পৰিচালকে বাদেনব্ৰুক পৰিয়ালৰ চৰিত্ৰবোৰক কেৱল নায়ক-নায়িকাৰ ৰূপতে চিত্ৰায়িত কৰা নাই, প্ৰচুৰ ঐশ্বৰ্য্য বিভূতিত অধিকাৰী বাদেনব্ৰুক সকলো সাধাৰণ মানুহে । স্বভাৱ চৰিত্ৰত ভাল মানুহ হ'লেও তেওঁলোকৰ পৰিয়ালৰ ঐশ্বৰ্য্যৰ গৰ্বত গৰ্বী, শ্ৰেণীগত অহংকাৰ আৰু সৰ্বোপৰি নতুনত্বৰ প্ৰতি অনীহা — এই সকলোবোৰৰ কাৰণেই আহি পৰিছিল ধ্বংস । যেন নিজেই তেওঁলোকে মাতি আনিছিল এই করুণ পৰিণতি । তেওঁলোকৰ একমাত্ৰ অৱলম্বন ঐশ্বৰ্য্য নোহোৱা হৈ যোৱাৰ লগে লগে যেন তেওঁলোকে শূন্যত বিলীন হৈ গ'ল ।



# "ইলিয়াদ"

সর্বকালৰ কাব্যৰ জনক মহাকবি হোমাৰ ৰচিত 'দ্যা ইলিয়াদ' মহাকাব্যখনৰ আধাৰত পৃথিবীৰ বিভিন্ন ভাষাত সময়ে সময়ে নাটক নাইবা চলচ্চিত্ৰ ৰূপ দিয়া হৈছে, বিভিন্ন নামত । অকল হলিউদতে কেইবাবাৰো এই মহাকাব্যৰ একোটা অংশক লৈ সৃষ্টি হৈছে বহু ছবি । ঘটনাবহুল এই মহাকাব্যৰ চৰিত্ৰ বহুত, আমাৰ মহাভাৰতৰ দৰে । গোটেই কাহিনীটো এখন চলচ্চিত্ৰত কোবাটো সম্ভৱ নহয় । সেয়েহে মূল কাহিনীটোৰ একোটা অংশ বিশেষক লৈ চিত্ৰ নিৰ্মাণ কৰিলেহে নাটকীয় সংঘাত প্ৰকাশ কৰাত সহজ হয় আৰু দৰ্শকৰো বোধগম্য হয় । নিৰ্বাক যুগৰ চুটি ছবিকেইখনৰ উপৰিও আমি হলিউদত নিৰ্মিত 'দি ট্ৰেজান হৰ্ছ', 'হেলেন অব ট্ৰয়' ছবি দুখনো চাইছোঁ । চলচ্চিত্ৰৰ নিৰ্মাণ পদ্ধতিত বহুখিনি আগবঢ়াৰ পিচত নিৰ্মিত চিনেমাস্কোপ ৰঙীন চিত্ৰ 'হেলেন অব ট্ৰ'ৰ কাহিনীটোহে আমি ইয়াত আলোচনা কৰিম । কিয়নো একমাত্ৰ এই ছবিখনতে 'ইলিয়াদ'ৰ মূল বক্তব্যটো দাঙি ধৰিছে প্ৰধান কাহিনীটোৰ মাজেৰে । সৰু সৰু পাৰ্শ্ব কাহিনীসমূহ বৰ্জন কৰি পৰিচালকে পোনপটীয়াকৈ কাহিনীটো কৈছে । ছবিৰ প্ৰযোজনা, পৰিচালনা কাৰ আছিল পাহৰিছো, বোধহয় পেৰামাউণ্ট পিকচাৰ্চৰ বেনাৰত ছবিখন নিৰ্মাণ কৰিছিল । প্ৰধান শিল্পী দুগৰাকী আছিল ঃ নাম ভূমিকাত অভিনয় কৰিছিল এসময়ৰ হলিউদৰ মোহময়ী নায়িকা লানা টাৰ্ণাৰে আৰু হেলেনৰ স্বামী ৰজা মেনেলাছৰ ৰূপত বীৰোচিত চেহেৰাৰ সুদৰ্শন নায়ক ৰবাৰ্ট মিটচাম (Robert Mitchum) ।

গ্ৰীক আকাইয়ানসকলৰ সম্ৰাট আগমেমননৰ সৈন্যবাহিনী দহবছৰ ধৰি ট্ৰয় নগৰীৰ প্ৰাচীৰৰ বাহিৰতে বৈ আছে । দেৱতাসকলৰ ৰজা সৰ্বশক্তিমান জিয়ুচ পুত্ৰ ৰজা আকিলেচৰ দৰে প্ৰবল প্ৰতাপী গ্ৰীক যোদ্ধাসকল আৰু হেকটাৰ, প্যাৰিচ আদিৰ দৰে ট্ৰয় নগৰীৰ ট্ৰোজান বীৰসকল থকা সত্বেও কোনেও কাকো আক্ৰমণ কৰা নাই । এই সময়তে সম্ৰাট আগমেমননৰ চকু পৰিল আকিলেচে যুদ্ধ জয়ৰ পিচত অন্যান্য সামগ্ৰীৰ লগতে পোৱা সুন্দৰী ৰমনী ব্ৰিচেইচৰ প্ৰতি । ঘটনাই লাহে লাহে এনে ৰূপ ল'লে যে আকিলেচে ব্ৰিচেইচক আগমেমননৰ হাতত তুলি দিবলৈ বাধ্য হ'ল । তীব্ৰ ক্ৰোধ আৰু অপমানত

জৰ্জৰিত আকিল্লেচে আগমেমননক জনাই দিলে যে তেওঁ আৰু যুদ্ধ নকৰে । তাৰ পিচত তেওঁৰ নিজ নৌবাহৰলৈ প্ৰত্যাবৰ্তন কৰিলে আৰু পিতা জিয়ুচৰ পৰা প্ৰতিশ্ৰুতি ল'লে যে এই অন্যায়ৰ উপযুক্ত প্ৰতিশোধ আগমেমননৰ ওপৰত যথা সময়ত লোৱা হ'ব ।

ভগৱান জিয়ুচৰ দূতে আহি সপোনত সম্ৰাট আগমেমননক জনালেহি যে তেওঁ যেন সেনাবাহিনীক সংঘবদ্ধ কৰি যিমান শীঘ্ৰে পাৰে দুৰ্ভেদ্য ট্ৰয় নগৰী আক্ৰমণ কৰে। টোপনিৰ পৰা সাৰ পাই সম্ৰাটে তেওঁৰ ফলীয়া ৰজা, মুখ্য বীৰ যোদ্ধাসকলক মাতি অনালে আৰু ভগৱান জিয়ুচৰ স্বপ্নাদেশৰ কথা ক'লে । সকলোৱে ভগৱান জিয়ুচৰ আদেশ পালন কৰি যুদ্ধৰ বাবে সাজু হ'ল । নৌবাহিনী, অশ্ববাহিনী আৰু পদাতিক বাহিনী ট্ৰয় নগৰীৰ পিনে আগবাঢ়ি গ'ল, বাটত গাঁও-ভূই, শস্যভূমি সকলোতে অগ্নি সংযোগ কৰি ছাৰখাৰ কৰিলে, ট্ৰয় নগৰীৰ প্ৰাচীৰৰ ওপৰত প্ৰচণ্ড আঘাত হানিবলৈ ধৰিলে । দেৱ-দেৱীসকলেও যোদ্ধাসকলৰ ছদ্মবেশ ধৰি যুদ্ধত যোগ দিলেহি । তেওঁলোকৰ কিছুমান গ্ৰীকসকলৰ লগ লাগিল, আন কিছুমান ট্ৰোজানসকলৰ ফলীয়া হৈ যুঁজ দিবলৈ সাজু হ'ল ।

ট্ৰোজান বাহিনী ট্ৰয় নগৰীৰ প্ৰধান দ্বাৰৰ আশে-পাশে গোট খালেহি । ট্ৰয় সম্ৰাট প্ৰিয়ামৰ পুত্ৰ প্যাৰিছৰ নেতৃত্বত এদল সেনাই প্ৰধান দ্বাৰৰ বাহিৰত বাহৰ পাতিলেহি, প্যাৰিছ আছিল গ্ৰীক বীৰ ৰজা মেনেলাছৰ যুদ্ধত জয়লাভ কৰি পোৱা উপপত্নী হেলেনৰ প্ৰেমিক । প্যাৰিছে মেনেলাচক এক দ্বৈতযুদ্ধলৈ প্ৰত্যাহ্বান জনালে । যুঁজৰ চৰ্ত হ'ল যেয়ে এই দ্বৈয় যুদ্ধত জিকিব তেৱেঁই হ'ব হেলেনৰ গৰাকী আৰু দুই পক্ষই এই চৰ্ত মানি লৈ এই বিধ্বংসী যুদ্ধৰ পৰা বিৰত থাকিব । প্যাৰিছৰ এই প্ৰস্তাৱ সমবেত যোদ্ধাসকলৰ লগতে হেলেনৰ স্বামী মেনেলাচেও মানি ল'লে ।

নিৰ্দ্ধাৰিত সময়ত এই যুঁজ চাবৰ বাবে সুন্দৰী হেলেন ট্ৰয় নগৰীৰ প্ৰাচীৰৰ ওপৰত উপস্থিত হ'ল । তলত তেওঁৰ সম্মুখত দুই বীৰ, তেওঁৰ প্ৰেমিক আৰু স্বামী যথাক্ৰমে প্যাৰিছ আৰু মেনেলাচ । যথানিয়মত যুঁজ আৰম্ভ হ'ল । মেনেলাচ আছিল এই দুই যোদ্ধাৰ ভিতৰত বেছি অভিজ্ঞ আৰু দুৰ্ধৰ্ষ বীৰ । যুঁজৰ চূড়ান্ত মুহূৰ্তত যেতিয়া মেনেলাচে প্যাৰিছৰ পিনে বৰ্শা নিক্ষেপ কৰিলে তেতিয়া প্ৰেমৰ দেৱী আফ্ৰোদিতে হঠাৎ তেওঁৰ প্ৰিয় প্যাৰিছৰ জীৱন ৰক্ষা কৰিলে নিশ্চিত মৃত্যুৰ পৰা । প্যাৰিছৰ আহত দেহ আফ্ৰোদিতে লৈ গ'ল একেবাৰে প্যাৰিছৰ শয়ন কক্ষলৈ আৰু হেলেনক তেওঁৰ প্ৰেমিকৰ শুশ্ৰূষাৰ বাবে তালৈকে লৈ আহিল । চুক্তি অনুসৰি মেনেলাছক বিজয়ী ঘোষণা কৰা হ'ল যদিও হেলেনক কিন্তু তেওঁ নাপালে । হেলেন তেতিয়া ট্ৰয় নগৰীৰ প্ৰাচীৰৰ ভিতৰত প্যাৰিছৰ শয়ন কক্ষত ।

এনে এক পৰিস্থিতিত ট্ৰোজানসকলৰ ফলীয়া দেৱ-দেৱীসকল বিচলিত হৈ পৰিল,

জ্ঞানৰ অধিষ্ঠাত্ৰী দেৱী এথিনাই ট্ৰোজান বীৰ পাণ্ডাৰছক ক'লেহি — মেনেলাছক হত্যা কৰিবলৈ । পাণ্ডাৰাছে যুদ্ধাহ্বান জনাই সৈন্য-সামন্ত লৈ প্ৰাচীৰৰ বাহিৰলৈ গ'ল, যুদ্ধ আৰম্ভ হ'ল । কিন্তু পাণ্ডাৰাছৰ মেনেলাছ - হত্যাৰ বাবে থকা নিশ্চিত তীৰে মেনেলাছক তেওঁৰ ৰক্ষাকৰ্ত্ৰী দেৱীৰ কৃপাত একো অনিষ্ট কৰিব নোৱাৰিলে । নিশ্চিত মৃত্যুৰ পৰা মেনেলাছ ৰক্ষা পৰিল ।

চুক্তি ভংগকাৰীৰ বিশ্বাসঘাতকতাৰ বাবে আগমেমননে আগৰ শান্তি-চুক্তি ভংগ কৰাৰ লগতে গ্ৰীক বাহিনীক ইয়াৰ প্ৰতিশোধ ল'বৰ বাবে আদেশ দিলে । পাণ্ডাৰাছৰ অতৰ্কিত আক্ৰমণৰ বাবে সেই দিনা বহু গ্ৰীক সেনাৰ জীৱন হানি হ'ল, অৱশ্যে বহু ট্ৰোজান সেনাৰো জীৱনদ্বীপ নুমাই গ'ল । সম্ৰাট প্ৰিয়ামৰ দ্বিতীয় পুত্ৰ হেকটাৰ এইবাৰ সেনাধিনায়ক হিচাপে ৰণাংগণত উপস্থিত হ'ল । কিন্তু তেওঁৰ মনত অশুভ চিন্তা, অন্যায় যুদ্ধ কেতিয়াও জিকিব নোৱাৰি । তেওঁ অনুভৱ কৰিলে যে তেওঁ যেন আৰু এই যুদ্ধক্ষেত্ৰৰ পৰা উভতি নাহিব । কিয়নো সেই সময়ত ট্ৰয় নগৰৰ দেশবাসীয়ে প্যাৰিছৰ কু-কৰ্মৰ বাবে জীৱন দান কৰিছে, সেই সময়ত সি নিজে তাৰ শয়ন কক্ষত হেলেনৰ লগত আনন্দ উৎসৱ কৰি কাল নিৰ্বাহ কৰি আছে । ককায়েকৰ কৰ্মফলৰ বাবে ভুগিব লাগিব হেকটাৰে । হেকটাৰে গৈ তেওঁৰ ককায়েকক শীঘ্ৰে যুদ্ধযাত্ৰা কৰিবলৈ আদেশ দিলে । যুদ্ধযাত্ৰাৰ আগেয়ে প্যাৰিছে সেই নিদাৰুণ ভৱিষ্যত বাণী কৰি গ'ল ঃ এই যুদ্ধত ট্ৰয় নগৰীয়ে শেষ পৰ্যন্ত পৰাজয় বৰণ কৰিব আৰু তেওঁ নিজেও এই যুদ্ধত মৃত্যুবৰণ কৰিব লাগিব ।

সন্ধ্যা হোৱাৰ লগে লগে গ্ৰীক আৰু ট্ৰোজানসকল নিজ নিজ শিবিৰলৈ উভতি আহিছে । ৰজা আগমেমননে গ্ৰীক শিবিৰ আৰু পোতাশ্ৰয়সমূহৰ নিৰাপত্তাৰ বাবে এটা সুদীৰ্ঘ প্ৰাচীৰ নিৰ্মাণৰ আদেশ দিলে । আৰু ঠিক একে সময়তে ভগৱান জিয়ুচৰ মনত পৰিল আকিল্লেচক অন্যায়ৰ প্ৰতিকাৰৰ বাবে দিয়া প্ৰতিশ্ৰুতিৰ কথা । তেওঁ সকলো দেৱ-দেৱীকে মাতি আনি জনাই দিলে যে এই যুদ্ধত যেন কোনো দেৱী বা দেৱতাই অংশগ্ৰহণ নকৰে । আনকি তেওঁ পুত্ৰৰ মোহত অন্ধ হৈ অজানিতে কৈয়ে দিলে যে এই যুঁজত আগমেমননৰ পতন হ'বই, বিজয়লক্ষ্মী ট্ৰোজানসকলৰ অনুকূলেই যাব ।

পিচদিনা হেকটাৰে তেওঁৰ ট্ৰোজান বাহিনীৰ সহায়ত গ্ৰীক সৈন্যসকলক নাশ কৰিবৰ বাবে ধুমুহাৰ দৰে আগুৱাই লৈ গ'ল । জিয়ুচ পত্নী হেৰা আৰু অন্যান্য দেৱ-দেৱীসকলে গ্ৰীক সেনা বাহিনীৰ এনে দশা দেখি সহিব নোৱাৰিলে । কিন্তু যেতিয়াই তেওঁলোকে যুদ্ধত হস্তক্ষেপ কৰিবৰ বাবে প্ৰস্তুত হৈছে, তেতিয়াই ভগৱান জিয়ুচে আহি তেওঁলোকক নিৰপেক্ষ হৈ থাকিবৰ বাবে আদেশ দিলে । মহাবীৰ আকিল্লেচৰ খং মাৰ গ'লে হয়তো তেওঁ এই যুদ্ধত সহযোগ কৰিব, কিন্তু তেওঁ আহি গ্ৰীক বাহিনীৰ ত্ৰাণকৰ্তাৰ ভূমিকা লোৱাৰ আগেয়ে যে গ্ৰীক বাহিনী বিধ্বংস হ'ব । আগমেমননে

তেওঁৰ বিশ্বস্ত সহচৰ ওদিচিয়ুচক বহু উপহাৰ সামগ্ৰী দি পঠিয়ালে আকিল্লেচৰ ওচৰলৈ যুদ্ধলৈ উভতি আহিবৰ বাবে অনুৰোধ কৰি । কিন্তু ক্ৰুদ্ধ আকিল্লেচে সকলো অনুৰোধ প্ৰত্যাখ্যান কৰিলে । আনকি তেওঁ তেওঁৰ নৌবাহিনীকো স্বদেশলৈ প্ৰত্যাগমনৰ বাবে আদেশ দিয়াৰ কথা জনাই দিলে । আকিল্লেচৰ এই সদম্ভ প্ৰত্যাখ্যানত আগমেমননৰ মূৰত যেন বজ্ৰপাতহে পৰিল । তথাপি ট্ৰোজান সৈন্যক পৰাজিত কৰিবৰ বাবে উপায় বিচাৰি তেওঁ ভৱিষ্যত বক্তা জ্ঞানী পুৰুষ নেষ্টাৰৰ ওচৰ চাপিল । নেষ্টাৰে তেওঁক প্ৰধান প্ৰধান যোদ্ধাসকলক ৰাতিৰ ভিতৰতে মাতি আনি আলোচনা কৰিবৰ বাবে উপদেশ দিলে ।

আলোচনাৰ অন্তত এইটোৱেই সিদ্ধান্ত লোৱা হ'ল যে দুজন যোদ্ধাই চোৰাংচোৱাৰ বেশত গৈ ট্ৰোজান শিবিৰৰ পৰা শত্ৰু পক্ষৰ দলগত শক্তিৰ তথ্য সংগ্ৰহ কৰি আনিব । দাইওমিদিচ আৰু ওডিচিউচ নামৰ যোদ্ধা দুজন এই কামৰ বাবে নিজেই আগবাঢ়ি আহিল । শত্ৰু শিবিৰত প্ৰৱেশ কালত এজন ট্ৰোজান গুপ্তচৰ তেওঁলোকৰ হাতত নিহত হ'ল । প্ৰয়োজনীয় তথ্যপাতি সংগ্ৰহ কৰাৰ পিচত তেওঁলোকে উভতি আহোতে এজন ট্ৰোজান পক্ষৰ ৰজাৰ ঘোঁৰা পৰ্যন্ত অপহৰণ কৰি লৈ আহিল । পিচদিনাৰ যুদ্ধত কিন্তু ট্ৰোজান বাহিনী দুৰ্বাৰ গতিত গ্ৰীক ছাউনীৰ ভিতৰলৈ সোমাই গ'ল । দাইওমিদিচ আৰু ওদিচিউচৰ লগতে বহু গ্ৰীক সেনা আহত হ'ল, বহু হ'ল নিহত । আকিল্লেচে তেওঁৰ নিজস্ব জাহাজৰ ওপৰৰ পৰা এই দৃশ্য চাই আছিল যদিও যুদ্ধত যোগ দিয়াৰ কোনো উৎসাহ তেওঁ নেদেখুৱালে, মাথোন যুদ্ধত আহতসকলৰ বাতৰি ল'বলৈ বন্ধু পেট্ৰোক্লাছক পঠিয়াই দিলে নেষ্টাৰৰ শিবিৰলৈ । বুঢ়া নেষ্টাৰে খুবেই বেয়া খবৰ লৈ আহিল আৰু আকিল্লেচক ক্ৰোধ ত্যাগ কৰি স্বদেশী গ্ৰীকসকলক সহায় কৰিবলৈ অনুৰোধ কৰিলে ।

অৱশেষত ট্ৰোজান বাহিনীয়ে গ্ৰীকসকলে নিৰ্মাণ কৰা প্ৰাচীৰৰ বাধা অতিক্ৰম কৰি গ্ৰীক নৌবাহিনীক আক্ৰমণ কৰিলে, হেকটাৰ আছিল এই অভিযানৰ নেতা ।

ইতিমধ্যে স্বৰ্গত দেৱতাসকলৰ এটা অংশই গ্ৰীকসকলক সহায় কৰিবৰ বাবে গুপ্ত মন্ত্ৰণা কৰিলে । হেৰাই জিয়ুচক নিদ্ৰাভূত কৰি ৰাখিলে আৰু পোচেইদানে এই সুযোগতে ট্ৰোজান বাহিনীৰ দুৰ্বাৰ গতি ৰোধ কৰিবৰ বাবে আগমেমননক সহায় কৰিলে । সেই দিনাৰ যুদ্ধত ট্ৰোজানসকলৰ বহুতো সেনা আহত বা মৃত হ'ল, গ্ৰীক বীৰ আইয়াচৰ হাতত আহত হৈ হেকটাৰ ৰণাংগণতে মূৰ্ছিত হৈ পৰি ৰ'ল । গ্ৰীক সেনা বাহিনীয়ে হেকটাৰক বন্দী কৰিবৰ বাবে অশেষ চেষ্টা কৰিলে যদিও দুৰ্ধৰ্ষ ট্ৰোজানসকলৰ এটা দলে তেওঁলোকৰ প্ৰিয় নেতাৰ দেহটো ছালেৰে ঢাকি ৰাখিলে । আনহাতে টোপনিৰ পৰা সাৰ পাই ক্ৰোধান্বিত জিয়ুচে হেকটাৰৰ মূৰ্ছিত দেহ যুদ্ধক্ষেত্ৰৰ পৰা আঁতৰাই নি সুস্থ কৰি তোলাৰ বাবে আপেল্লোক আদেশ দিলে ।

ট্ৰোজান বাহিনী গ্ৰীকসকলৰ প্ৰাচীৰ ভাঙি নৌ ঘাটিৰ পিনে অগ্ৰসৰ হ'ল । জিয়ুচে

ট্ৰোজানসকলক উৎসাহিত কৰাৰ লগতে গ্ৰীকসকলক ভীতসন্ত্ৰস্ত কৰিলে । কিন্তু জিয়ুচে ইতিমধ্যে জানিছিল যে ট্ৰোজানসকলে গ্ৰীক নৌ ঘাটিবোৰত জুই জ্বলাই দিয়াৰ পিচত আৰু তেওঁ ট্ৰোজানসকলক সহায় কৰিব নোৱাৰিব । গ্ৰীকসকলক শেষ পৰ্যন্ত এই যুদ্ধত জয়ী হ'বলৈ দিবই লাগিব ।

গ্ৰীক বীৰ পেট্ৰোক্লাছে বন্ধু আকিল্লেচক লগ ধৰি যুদ্ধত যোগ দিবলৈ পুনৰবাৰ আমন্ত্ৰণ জনালে । আকিল্লেচৰ খং তেতিয়াও মাৰ যোৱা নাই, তথাপি তেওঁৰ বন্ধু পেট্ৰোক্লাছক একেবাৰে নিৰাশ নকৰি নিজৰ বৰ্ম পৰিধান কৰিবলৈ দিবৰ বাবে কৰা প্ৰস্তাৱত তেওঁ মান্তি হ'ল । পেট্ৰোক্লাছে আকিল্লেচৰ বৰ্ম পিন্ধি যুদ্ধত নামিল, গ্ৰীক সেনাসকলে আকিল্লেচৰ বৰ্ম দেখিয়েই ভাবি ল'লে তেওঁলোকৰ প্ৰিয় নেতা বীৰ যোদ্ধা আকিল্লেচে যুদ্ধত সহযোগ কৰিছে । ফলত তেওঁলোকে বেছি উৎসাহেৰে যুঁজিবলৈ বল পালে ।

আকিল্লেচৰ বৰ্ম পিন্ধি পেট্ৰোক্লাছে ট্ৰয় নগৰীৰ বহিৰ্দ্বাৰত বীৰদৰ্পে যুঁজি শত্ৰুপক্ষক শলঠেকত পেলাবলৈ সক্ষম হ'ল যদিও শেষ মুহূৰ্তত হেকটাৰৰ হাতত তেওঁৰ মৃত্যু হ'ল । হেকটাৰে পেট্ৰোক্লাছৰ মৃতদেহৰ পৰা আকিল্লেচৰ বৰ্ম খুলি লৈ গ'ল । পেট্ৰোক্লাছৰ মৃতদেহক কেন্দ্ৰ কৰি দুয়োপক্ষৰ মাজত তুমুল যুদ্ধ চলিল । ইপিনে আকিল্লেচে তেওঁৰ প্ৰিয় বন্ধুৰ মৃত্যু সংবাদ পাই মৰ্মাহত হ'ল, কিন্তু বৰ্ম বিহীন নিৰস্ত্ৰ আকিল্লেচ সহায়হীন, বন্ধুৰ মৃতদেহ যুদ্ধক্ষেত্ৰৰ পৰা উদ্ধাৰ কৰিব নোৱাৰি তেওঁ অনুশোচনাত ভুগিবলৈ ধৰিলে । আকিল্লেচ দেৱী থেটীচৰ গৰ্ভজাত সন্তান, সেয়েহে দেৱীয়ে পুত্ৰৰ সাহায্যাৰ্থে এটি নতুন বৰ্ম তৈয়াৰ কৰি তেওঁক দিবলৈ অগ্নিদেৱ হেফাচটাচক অনুৰোধ কৰিলে । অগ্নিদেৱ নিৰ্মিত উজ্জ্বল বৰ্ম পিন্ধি আকিল্লেচে সম্ৰাট আগমেমননৰ সৈতে মিলিত হ'ল, আলোচনাৰ অন্তত পুৰণি সকলো বিৰোধ নিষ্পত্তি কৰি তেওঁ যুদ্ধত নামি গ্ৰীক বাহিনী পৰিচালনা কৰাৰ দায়িত্ব ল'লে ।

দুই পক্ষৰ সৈন্য, ঘোঁৰা আৰু ৰথেৰে যুদ্ধ ভূমি ভৰি পৰিল । আকিল্লেচৰ যুদ্ধ পৰিচালনাৰ নিপুণতাই ট্ৰোজান বাহিনীক স্কানথচ নদীৰ তীৰত উপায়হীন কৰি তুলিলে । বহু ট্ৰোজান সৈন্যৰ মৃতদেহ নদীত বুৰ গ'ল, নৈৰ পানী কলুষিত হ'ল । নদীৰ অধিষ্টাত্ৰী দেৱতাই আত্মপ্ৰকাশ কৰি আকিল্লেচক যুদ্ধ পৰিহাৰ কৰিবলৈ অনুৰোধ জনালে । কিন্তু গৰ্বী আকিল্লেচে দেৱতাক পৰিহাস কৰি নদীত জঁপিয়াই পৰিল তেওঁক পৰাস্ত কৰিবৰ বাবে । কিন্তু নিজেই অপদস্থ হৈ পুনৰ পাৰলৈ উঠি আহিবলৈ বাধ্য হ'ল । আনহাতে আকিল্লেচৰ এনে দুৰ্ব্যবহাৰৰ বাবে নদীৰ দেৱতাৰ ফালৰ দেৱতাসকল তেওঁৰ ওপৰত ৰুষ্ট হৈ তেওঁৰ পাচ ল'লে । উপায়হীন আকিল্লেচে মাতৃ দেৱী থেটীছক স্মৰণ কৰিলে, থেটীছ দেৱীয়ে অগ্নিদেৱ হেফাচটাচৰ সহায়ত নদীৰ দেৱতাৰ ক্ৰোধ শান্ত কৰিলে ।

আকিল্লেচ ট্ৰয় নগৰীৰ প্ৰাচীৰৰ সমীপত উপস্থিত হ'লত হেকটাৰে তেওঁৰ বৰ্ম পৰিধান কৰি গ্ৰীক বীৰৰ মুখামুখি হ'লহি । আকিল্লেচৰ সৈতে সমুখ সমৰত তিনিবাৰকৈ পৰাজিত হৈ পশ্চাদপসাৰণ কৰাৰ পিচত চতুৰ্থবাৰত হেকটাৰ আকিল্লেচৰ বৰ্শাৰ আঘাতত ধৰাশায়ী হ'ল । এয়াই আছিল নিয়তিৰ বিধান । আকিল্লেচে বীৰ হেকটাৰৰ মৃতদেহটো তেওঁৰ ৰথত বান্ধি মাটিত চোচোঁৰাই লৈ গ'ল তেওঁৰ নিজস্ব জাহাজলৈ ।

ট্ৰয় নগৰীলৈ মৃত নায়কৰ কাৰণে শোকৰ ছাঁ নামি আহিল । বৃদ্ধ সম্ৰাট প্ৰিয়াম বাধ্য হৈ ৰথত উঠি আকিল্লেচৰ ওচৰলৈ গ'ল, তেওঁৰ বীৰ পুত্ৰ হেকটাৰৰ মৃতদেহ ঘূৰাই দিবৰ কাৰণে কাতৰ প্ৰাৰ্থনা জনালে । দেৱ-দেৱীসকলেও আকিল্লেচক ট্ৰোজান বীৰৰ মৃতদেহ ওভোতাই দিবলৈ অনুৰোধ কৰিলে । অৱশেষত আকিল্লেচে সম্ৰাট প্ৰিয়মৰ হাতত পুত্ৰৰ মৃতদেহ সসন্মানেৰে গতাই দিলে । মৃতকৰ শেষকৃত্যাদি সম্পন্ন কৰিবৰ কাৰণে বাৰদিন যুদ্ধবিৰতি চুক্তিও স্বাক্ষৰিত হ'ল ।

আকিল্লেচে বন্ধু পেট্ৰোক্লাচৰ মৃতদেহ ট্ৰয় নগৰীৰ পৰা ওভোতাই আনি ৰাজোচিত সন্মানেৰে চিতাত তুলি দিলে, জলন্ত চিতাৰ কাষত বন্ধুৰ গুণ-গান গাই বিলাপ কৰিবলৈ ধৰিলে ।

সিপিনে ট্ৰয় নগৰীৰ ভিতৰত আৰু এখন চিতা জ্বলিছে, বীৰ হেকটাৰৰ মৃতদেহ লাহে লাহে অগ্নিদগ্ধ হ'ল, শোকসন্তপ্ত পৰিয়াল আৰু গুণমুগ্ধসকলৰ বিননি নগৰীৰ আকাশে-বতাহে ধ্বনিত হ'ল । ফটিকৰ ধাৰ যেন মদিৰাৰে চিতাগ্নি নিৰ্বাপিত কৰা হ'ল । তাৰ পিচত ৰঙা কাপোৰত অস্থি সংগ্ৰহ কৰি এটা সোণৰ সঁফুৰাত ভৰাই সঁফুৰাটো দ গাঁত এটা খান্দি পুতি দিলে । ওপৰত ডাঙৰ ডাঙৰ শিল জাপি দি ততাতৈয়াকৈ এটা মৈদাম নিৰ্মাণ কৰা হ'ল আৰু তাত পালি-পহৰীয়াৰ দ্বাৰা পহৰাৰ ব্যৱস্থা কৰিলে ।

যুদ্ধৰ মহিমা আৰু কাৰুণ্যৰে ভৰা কাহিনীৰ সমাপ্তি ঘটিলেও যুদ্ধৰ অৱসান কিন্তু নঘটিল । জীৱন, লালসা, ঐশ্বৰ্য্য গৌৰৱ, বিলাসপূৰ্ণ এক জীৱন আৰু নিজ স্বাৰ্থৰ বাবেই মানুহে যুগে যুগে যুদ্ধ কৰিছে । বহুতো হতাহত নাইবা মৃত হৈছে । শিক্ষা কিন্তু তথাপি হোৱা নাই সভ্য মানৱ জাতিৰ । ইয়াৰ পিচতো চলিছে যুদ্ধ, ভৱিষ্যতেও চলিব । সেয়েহে ছবিৰ শেষ পৰিচয় লিপি ভাঁহি উঠিছে যুদ্ধৰ পিচৰ যুদ্ধক্ষেত্ৰৰ বিভীষিকাময় এই দৃশ্যবোৰৰ ওপৰত । খৃষ্টপূৰ্ব নশ বছৰৰ পূৰ্বে ৰচিত এই মহাকাব্যৰ কাহিনীৰ লগত বৰ্তমানৰ কাহিনীৰ কিবা পাৰ্থক্য আছে জানো ?



# "ফায়েদ্ৰা"

ফৰাচী ভাষাত নির্মিত "ফায়েদ্ৰা" (Phaedra) ছবিখনৰ ইংৰাজী 'ডাবিং' (Dub মানে চিত্ৰত সংলাপ সংযোজন কৰা, ইয়াত "ডাবিং" মানে ফৰাচী সংলাপৰ ঠাইত ইংৰাজী সংলাপ সংযোজনৰ কথা কোৱা হৈছে) কৰা সংস্কৰণটো চোৱাৰ সৌভাগ্য হৈছিল প্ৰায় পাঁচিছ-ত্ৰিছ বছৰৰ আগেয়ে । কাৰিকৰী দিশটোৰ উপৰি বিষয়বস্তুৰ ফালৰ পৰাও এখনি পাহৰিব নোৱাৰা ছবি । ৰাচিন (Racine) ৰ মূল নাটকখনৰ পৌৰাণিক কাহিনীৰ উপস্থাপন ৰীতি কিন্তু একেবাৰে আধুনিক । পৌৰাণিক কাহিনীটোৰ মাজে মাজে বৰ্তমানৰ সাদৃস্য থকা কাহিনী এটা সমান্তৰালভাবে পৰিচালকে উপস্থাপন কৰি ইয়াকেই হয়তো ক'বলৈ বিচাৰিছে যে সময় সলনি হলেও মানুহৰ কোনো সলনি হোৱা নাই । অতীতৰ মানৱ জীৱনৰ বাসনা, লালসা, কাম-ক্ৰোধ-মোহ-মৃত্যু, অপৰাধবোধ নাইবা নিয়তিৰ বিধানে মানৱ জীৱনত প্ৰাধান্য বিস্তাৰ কৰা আদি সকলোবোৰ কথাই যেন একে আছে । যিমানেই সভ্যতাৰ উন্নতিৰ শিখৰলৈ মানুহ আগনাবাঢ়ক কিয় পাৰ্থিৱ জীৱনৰ দুৰ্বলতাৰ কোনো সলনি হোৱা নাই ।

ছবিখন চোৱাৰ পাঁচ বছৰমান পিছতহে ফায়েদ্ৰা আৰু অন্যান্য নাটকবোৰ আমি পঢ়িবলৈ পাওঁ, জন কেইৰণক্ৰছৰ মূল ফৰাচীৰ পৰা ইংৰাজীলৈ অনুবাদ কৰা Racines Phaedra and other plays গ্ৰন্থত Here is another tragedy of which I have borrowed the subject from Eurifidies. Although I have followed a sligtly different route than that author as regards the plot, I have not failed to enrich my play with every thing which seemed to me to be most striking in his, ৰাচিনে ফায়েদ্ৰাৰ পাতনিত এনেদৰে কৈছে । গ্ৰীক কাহিনীটো উইৰিফাইডিছৰ মূল কাব্যগ্ৰন্থৰ পৰা লৈ ৰাচিনে তেওঁৰ নাটকত নতুনকৈ সজাইছে আৰু আমাৰ ছবিৰ পৰিচালকজনে তেওঁৰ আয়ত্তত থকা সৰ্বাধুনিক মাধ্যমটোৰ সুন্দৰ ব্যৱহাৰ কৰিছে তেওঁৰ বক্তব্য দাঙি ধৰোতে । আমি চলচ্চিত্ৰ ৰূপৰ কাহিনীভাগেহে ইয়াত প্ৰকাশ কৰিম, যদিও মূল নাটকৰ কাহিনীটো বুজাত পঢ়ুৱৈসকলৰ অকণো খোকোজা নালাগিব বুলিয়ে আশা কৰো, বৰং আগ্ৰহীসকলে মূল কাহিনীৰ লগতে

চলচ্চিত্ৰৰ ভাষাত লোৱা নতুন ৰূপৰ পাৰ্থক্যখিনি বুজি পাব ।

প্ৰচণ্ড শব্দ কৰি বৃহৎ আকাৰৰ জেট বিমান এখন ৰাণৱেৰ পৰা শূন্যলৈ উৰি গ'ল। বহু সময়লৈ সেই শব্দ শুনা গ'ল, লাহে লাহে লীন হৈ গ'ল পুৰণি গ্ৰীক সঙ্গীতৰ লগত আৰু আমাৰ সম্মুখত ভাঁহি উঠিল পুৰণি গ্ৰীক অৰ্ধচিত্ৰ (Relief) এখন । সামুদ্ৰিক জাহাজৰ এই অৰ্ধচিত্ৰৰ ওপৰত দেখা গ'ল ছবিৰ পৰিচয় লিপি । সঙ্গীতৰ মাজে মাজে শুনা গ'ল জেট বিমানৰ ইঞ্জিনৰ শব্দ ।

ঘোঁৰা দৌৰৰ বাজি ধৰা উন্মত্ত জনতাৰ মাজত বন্ধু-বান্ধৱৰ সৈতে ৰোণো ৰেচৰ ঘোঁৰা আৰু বাজি ধৰা লৈয়ে ব্যস্ত । ধুনীয়া গাভৰুহঁতে তেওঁৰ মন জয় কৰিব নোৱাৰিলে । ঠিক তেনেদৰে এথেন্সৰ ৰজা থেচিউছৰ ৰাণী এণ্টিওপৰ ফালৰ পুত্ৰ ৰাজকুমাৰ হিপোলিটাছৰ প্ৰেম ভাল পোৱাৰ প্ৰতি কোনো দুৰ্বলতা নাছিল, তেওঁ বৰং খেল-ধেমালি নাইবা চিকাৰ আদিত ব্যস্ত থাকিহে ভাল পাইছিল । কিন্তু এটা সময়ত সকলো সলনি হৈ গ'ল । হিপোলিটাছে লজ্জা সহকাৰে তেওঁৰ ঘৰুৱা শিক্ষাগুৰু থেৰামিনিচৰ আগত স্বীকাৰ কৰিলে যে তেওঁ এৰিছিয়াৰ মোহময়ী ৰূপৰ প্ৰেমত পৰিছে । ৰাজকুমাৰে জানে যে তেওঁৰ দেউতাকে এই সম্বন্ধত কেতিয়াও অনুমোদন নজনাব । কিয়নো ৰজা থেচিউছে এথেন্সৰ পুৰণি ৰাজপৰিয়ালৰ সকলোকে হত্যা কৰিহে ৰাজপাটত বহিছিল । ৰাজকুমাৰী এৰিছিয়াই যাতে পুৰণি ৰাজপৰিয়ালৰ শেষ উত্তৰাধিকাৰিণী হয় তালৈ নিশ্চিত হ'বৰ বাবে আদেশ জাৰি কৰিছে যে এৰিছিয়া কোনো বৈবাহিক বন্ধনত আবদ্ধ হ'ব নোৱাৰিব । চিৰকুমাৰী হৈয়ে মৃত্যুবৰণ কৰিব লাগিব, যাতে পুৰণি ৰাজবংশৰ কোনো বংশধৰে এথেন্সৰ ৰাজসিংহাসনৰ দাবী কৰিব নোৱাৰে । আনহাতে এৰিছিয়াই কিন্তু ৰাজকোঁৱৰৰ ভালপোৱাত সঁহাৰি জনাইছে আৰু দুই ডেকা-গাভৰু গোপনে মিলিত হৈছে । ইপিনে আমাৰ বৰ্তমানৰ ৰাজকুমাৰ ধনী দেউতাকৰ সন্তান ৰোণোৱেও দেউতাকৰ ব্যৱসায়ৰ প্ৰতিদ্বন্দ্বীৰ গাভৰু দুহিতাৰ প্ৰেমত পৰিছে ।

কিন্তু এই ডেকা-গাভৰু প্ৰেম আমাৰ নাটকৰ মুখ্য ঘটনা নহয়, এই নাটকৰ মুখ্য ঘটনাটো হৈছে থেচিউছৰ বৰ্তমান ৰাণী ফায়েড্ৰাৰ বাধাহীন কামনা, লালসা আৰু তেওঁৰ সতীয়া পুত্ৰ ৰাজকোঁৱৰ হিপোলিটাছৰ প্ৰতি প্ৰেম, বিৰহ আৰু অবৈধ সম্বন্ধৰ বাবে দুয়োৰো মনৰ মাজত উদ্ভৱ হোৱা অন্তৰ্দ্বন্দ্ব । ছমাহৰ বাবে ৰজা থেচিউছে বিশাল বিশাল সামুদ্ৰিক জাহাজ লৈ ওলাই গৈছে ব্যৱসায়িক ভ্ৰমণলৈ । ৰোণোৰ দেউতাক জেট বিমানত উৰি গ'ল । প্ৰচণ্ড শব্দই আমাৰ বুকু কঁপাই থৈ গ'ল ।

ৰজাৰ ভ্ৰমণৰ কালছোৱাত ৰূপহী যুৱতী ৰাণীয়ে তেওঁৰ যৌনক্ষুধাৰ পৰিতৃপ্তিৰ বাবে মনতে বাছি ল'লে ৰূপহ কোঁৱৰ হিপোলিটাছক । নিজৰ এই কু-প্ৰবৃত্তিৰ কথা প্ৰকাশ কৰিলে তেওঁৰ আলধৰা বুঢ়ী ওৱেননৰ ওচৰত । অভিজ্ঞ বুঢ়ীয়ে ফায়েড্ৰাক

প্ৰথমে তেনে কু-কাৰ্যৰ পৰা বিৰত থাকিবলৈ উপদেশ দিলে, কিন্তু ফায়েড্ৰাই তেওঁৰ বুকুৰ মাজত পুহি ৰখা কামনাৰ জুইত দগ্ধ হোৱাই নহয় মানসিক অশান্তিত শাৰীৰিকভাৱে অসুস্থ হৈ পৰিল। ফায়েড্ৰাই এনে অবহেলিত জীৱন-যাপন কৰাতকৈ মৃত্যুকেই কামনা কৰিলে। এনেতে বাতৰি আহিল যে ৰজা থেচিউছৰ মৃত্যু হৈছে। হিপোলিটাছৰ দৰে একে দশা ৰোগোৰ, মাথোন মাহীমাকৰ ঠাইত আধুনিকা ফায়েড্ৰা আছিল দেউতাকৰ ৰক্ষিতা।

ওৱেনন বুঢ়ীয়ে ফায়েড্ৰাক সময়ৰ সুযোগ ল'বৰ বাবে মন্ত্ৰণা দিলে। এৰিছিয়া পুৰণি ৰাজবংশৰ একমাত্ৰ উত্তৰাধিকাৰী হিচাপে যাতে সিংহাসনৰ দাবীদাৰ হ'ব নোৱাৰে তাৰ বুদ্ধি দিলে। ফায়েড্ৰাৰ সন্তানক সিংহাসনত বহুৱাব লাগে বুলি দাবী জনাবলৈ ফায়েড্ৰা ৰাজকোঁৱৰ হিপোলিটাছক লগ ধৰিবলৈ গ'ল। কিন্তু হিপোলিটাছৰ সন্মুখত ফায়েড্ৰাই সকলো কথা পাহৰি গ'ল, বৰং নিৰ্লজ্জৰ দৰে তেওঁৰ প্ৰেম নিবেদনহে কৰিলে। মাহীমাকৰ পৰা প্ৰেম নিবেদনৰ কথা শুনি হিপোলিটাছে আচৰিত হ'ল আৰু এনে ভয়াবহ, কুৎসিত প্ৰস্তাৱৰ বাবে ফায়েড্ৰাক ভৰ্ৎসনা কৰিলে। ফায়েড্ৰাই কিন্তু ইমান সহজে হাৰ নামানিলে, তেওঁৰ মনৰ অভিপ্ৰায় যিহেতু কোঁৱৰে জানিব পাৰিলেই, গতিকে ওৱেনন বুঢ়ীক পুনৰবাৰ এই প্ৰস্তাৱ দি পঠিয়ালে যে হিপোলিটাছে যদি ফায়েড্ৰাক গ্ৰহণ কৰে তেনেহ'লে তেওঁক ৰজা হিচাপে মানি লবলৈ তেওঁ বাধ্য হ'ব আৰু নিজ সন্তানৰ সিংহাসনৰ প্ৰতি থকা দাবী তেওঁ পাহৰি যাব। কিন্তু ওৱেনন বুঢ়ীয়ে ফায়েড্ৰাৰ আকাংক্ষিত বাতৰিৰ ঠাইত যি ভয়াবহ বাতৰি আনিলে সেয়া হ'ল ৰজা থেচিউছৰ মৃত্যুতো হোৱাই নাই বৰং তেওঁ সুস্থ শৰীৰে ৰাজধানীলৈ উভতি আহিছে। এই নতুন পৰিস্থিতিত ফায়েড্ৰাই হিপোলিটাছৰ প্ৰতি থকা তেওঁৰ মোহ ত্যাগ কৰিবলৈ বাধ্য হ'ল আৰু ৰজাৰ সন্মুখত এক নতুন ৰূপত থিয় হ'বলৈ আয়োজন কৰিলে। হিপোলিটাছৰো ফায়েড্ৰাৰ ছলনাময়ী ৰূপত ভোল যোৱা বাবে অনুশোচনা আহিল আৰু সেই বিষয়ে তেওঁ মৌন হৈ থকাৰ সিদ্ধান্ত ল'লে। হিপোলিটাছে ফায়েড্ৰাক বিশ্বাসঘাতকটা নকৰে। কিন্তু কোঁৱৰৰ এই উদাৰতাৰ বিনিময়ত ফায়েড্ৰাই কালনাগিনীৰ দৰে তেওঁৰ তালুতহে খোঁট মাৰিলে। ৰজাৰ অনুপস্থিতৰ সময়ত হিপোলিটাছে ফায়েড্ৰালৈ কু-অভিপ্ৰায়েৰে চকু দিছিল আৰু বলাৎকাৰ কৰাৰ চেষ্টা কৰিছিল বুলি ৰজাৰ কাণত বিষ ঢালিলে। এই সকলোবোৰ মিছা কথা আৰু সজোৱা কাহিনীৰ বাবে আচলতে কিন্তু দায়ী হ'ল বুঢ়ী ওৱেনন। নিজৰ গৰাকিনীৰ স্বাৰ্থত কাম কৰিবলৈ গৈ ৰজাৰ সন্মুখত পুতেকৰ বিৰুদ্ধে ৰটনা কৰিবলৈ কথাবোৰ ফায়েড্ৰাক ওৱেননেই শিকাই দিছিল।

থেচিউছে হিপোলিটাছক ফায়েড্ৰাই বৰ্ণনা কৰা গোচৰৰ উত্তৰত তেওঁৰ বক্তব্য দাঙি ধৰিবলৈ আদেশ দিলে। হিপোলিটাছে এই কল্পনাপ্ৰসূত কাহিনীৰ ৰচয়িতা ওৱেনন বুঢ়ী বুলি ৰজাক জনালে আৰু নিজকে নিৰ্দোষী সাব্যস্ত কৰিবৰ বাবে তেওঁৰ এৰিছিয়াৰ

প্ৰতি থকা প্ৰেম ভালপোৱাৰ কথা, এৰিছিয়াইও যে তেওঁক ভাল পায় আৰু ৰজাৰ অনুমতি লৈ তেওঁলোক দুয়ো যে বিবাহপাশত আবদ্ধ হ'বলৈ প্ৰস্তুতি চলাইছে এই সকলোবোৰ কথাই ৰজাক জনালে । এৰিছিয়াৰ বিবাহ বন্ধ কৰি ৰজাই আদেশ দিছিল যাতে পুৰণি ৰাজবংশ তাইৰ লগতেই শেষ হৈ যায়, অথচ তেওঁৰ নিজৰ পুত্ৰই এতিয়া এৰিছিয়াক বিয়া কৰাবলৈ মনস্থ কৰিছে — তাৰ মানে পুৰণি ৰাজবংশৰ উত্তৰাধিকাৰী-সকলেই পুনৰ এথেন্সৰ ৰাজপাটত বহিব আওপাকে আহি । এই কথা ৰজাই কোনোমতে মানি ল'ব নোৱাৰে । কিন্তু হিপোলিটাছে ৰজাৰ অনুমতি নহ'লেও এৰিছিয়াক বিয়া কৰাব বুলি কোৱাৰ লগে লগে যেন ৰাজসভাত জুই জ্বলাই জলদেৱতা নেপচুনে এই যুৱকক শাস্তি দিব বুলি চিঞৰি উঠিল আৰু হিপোলিটাছৰ লগতে এৰিছিয়াৰো মৃত্যুদণ্ড ঘোষণা কৰিলে । ফায়েদ্ৰা ৰজাৰ এই ঘোষণাত সচকিত হ'ল, তেওঁৰ হাতেৰেই হিপোলিটাছৰ মৃত্যু — এই কথা তেওঁ কোনোমতেই হ'বলৈ দিব নোৱাৰে । ৰাতিৰ অন্ধকাৰত ওৱেনক লগত লৈ ফায়েদ্ৰাই হিপোলিটাছক লগ ধৰিলে, কাৰাগাৰৰ পৰা পলাই যোৱাৰ কথা ক'লে আৰু তেওঁ নিজেও গৈ ৰাজকোঁৱৰক লগ ধৰাৰ প্ৰস্তাৱ দিলে। হিপোলিটাছে এইবাৰ আৰু এই ছলনাময়ী নাৰীৰ কথাত ভোল নগৈ নিজৰ ভাগ্যত যদি মৃত্যু আছে তাকেই সাৱটি ল'ব বুলি ক'লে । কোঁৱৰে ফায়েদ্ৰাক অভিশাপ দিয়াৰ দৰে ক'লে — ইমানদিনে মই নাৰীৰ সঙ্গ ভাল নাপাওঁ বুলি আসৈ মতাৰ একমাত্ৰ কাৰণ হ'ল এৰিছিয়াক মই প্ৰাণাধিক ভাল পাইছিলো, অথচ ৰজাৰ আদেশ—কোনো পুৰুষৰ লগত - প্ৰেম ভালপোৱা চলাব নাইবা বৈবাহিক সূত্ৰত তেওঁ বান্ধোনলৈ আহিব নোৱাৰে । গতিকে গোপনে আমি দুয়োকো প্ৰেম নিবেদন কৰিছিলো, মিলিত হৈছিলো । ঈৰ্ষাপৰায়ণ নাৰী ফায়েদ্ৰাই হিপোলিটাছে তাইক ভাল নেপাই বুলি জনাৰ লগে লগে পুনৰবাৰ খঙত জ্বলি উঠিল । কিন্তু ঈৰ্ষাতকৈয়ে কোঁৱৰৰ প্ৰতি থকা মোহৰ কাৰণে তেওঁৰ সকলো ভৱিষৎ পৰিকল্পনা ত্যাগ কৰি নীৰৱ দৰ্শক হৈ ৰ'ল । এৰিছিয়া আৰু হিপোলিটাছক হত্যা কৰা হ'ল । ভগৱান নেপচুনৰ প্ৰতিশোধপৰায়ণ দৈত্যই সাগৰৰ বুকুৰ পৰা উঠি আহি কোঁৱৰ আৰু তেওঁৰ প্ৰেমিকাক লৈ গুচি গ'ল । দুটা ছাগলী, গৰু-ম'হ নাইবা ভেড়াৰ দৰে ডেকা-গাভৰুহালক উচৰ্গা কৰিলে, জলদেৱতাৰ দৈত্যই সিহঁতক ভক্ষণ কৰিলে আৰু ৰজা-প্ৰজা সকলোৱে নীৰৱ দৰ্শক হৈ চাই থাকিল এই দৃশ্য । প্ৰজাৰ মাজত লাহে লাহে অসন্তুষ্টিয়ে দেখা দিলে আৰু পুত্ৰহন্তা ৰজাৰ সন্মুখত নহ'লেও উমি উমি জ্বলি থাকিল একুৰা বিক্ষোভৰ জুই । মানসিক অশান্তিত ভুগি ভুগি ৰাণী ফায়েদ্ৰাই মনৰ ভাৰসাম্য হেৰুৱাই পেলালে । বুঢ়ী ওৱেনৰ উপদেশ অনুসৰি ফায়েদ্ৰাই ৰজাৰ ওচৰত সকলো সত্য কাহিনী খুলি ক'লে আৰু ৰাজকুমাৰৰ মৃত্যুৰ বাবে তাইৰ লগতে কুমন্ত্ৰণাদাত্ৰী ওৱেনকো দোষাৰোপ কৰিলে । বিষপাণ কৰি ফায়েদ্ৰাই আত্মহত্যা কৰিলে । আধুনিক কাহিনীভাগত ৰাজসভাৰ ঠাইত জজকোৰ্টত

বোগোৰ বিচাৰ হৈছিল গাভৰু মাইীমাকক বলাৎকাৰ কৰাৰ অভিযোগত আৰু আধুনিক ফায়েদ্ৰাই শেষ দিনবোৰ কটাবলগীয়া হৈছিল পগলা ফাটেকত ।

এই বিয়োগান্ত কাহিনীৰে ৰাচিনে ফায়েদ্ৰাক পৰিস্থিতিৰ দাস হিচাপে দয়াশীল কৰিলেও ওৱেনন বুট়ীক এটি কুটিল চৰিত্ৰ হিচাপে উপস্থাপন কৰিছে । পুৰণি পুৰুষপ্ৰধান সমাজৰ মানসিকতাৰ উৰ্ধলৈ ৰাচিনে যাব পৰা নাই, যিমানেই সংবেদনশীল নহওক কিয় তেওঁ ফায়েদ্ৰাৰ ওপৰত । কিন্তু চলচ্চিত্ৰৰ পৰিচালকজনে ৰাচিনৰ দৰে পুৰুষ আৰু নাৰী উভয়কে দোষাৰোপ কৰিছে । তেওঁৰ মতে, পৃথিৱীত কোনো একেবাৰে বেয়া নহয় । দোষ, গুণ লৈয়ে মানুহ । নহ'লে তেওঁলোকে ভুল কৰি ভুলৰ বাবে অনুশোচনা নকৰিলেহেঁতেন । সকলোবোৰ নাটকৰ ভিতৰত ফায়েদ্ৰাকেই শ্ৰেষ্ঠ স্থান দিয়া হয় । The masterpice of the human mind - ভল্টেয়াৰে (Voltaire) কৈছিল । মানৱ মনৰ অন্তঃস্থলীলৈ সোমাই ৰাচিনে প্ৰতিটো চৰিত্ৰ চিত্ৰণ কৰিছে । ছবিৰ অভিনেতাসকলেও সমানেই দক্ষতাৰে অভিনয় কৰিছে চৰিত্ৰ ফুটাই তোলাত । পৰিচালকে দেখুৱাই দিছে এখন জটিল নাটকৰ চিত্ৰৰূপ কেনেদৰে দিব লাগে । পৰিচালকে তেওঁৰ বক্তব্যত আমাক নিখুঁতভাৱে বুজাই দিছে – সময়ৰ ব্যৱধানে মানুহৰ কোনো সলনি কৰিব পৰা নাই, মানুহ মানুহেই, দোষে-গুণে ৰক্ত-মাংসৰ মানুহ ।



# "দি বাৰ্ণিং হাৰ্ট অব ডানকো"

মেক্সিম গৰ্কিৰ বিশ্ববিখ্যাত চুটি গল্প 'বুঢ়ী ইজেৰগিল' নামৰ গল্পটোৰ শেষ অংশৰ আধাৰত নিৰ্মিত 'দি বাৰ্ণি হাৰ্ট অব ডানকো' নামৰ ৰুছ দেশৰ ছবিখন। গৰ্কিয়ে এই কাল্পনিক উপ-কথাসুলভ গল্পটো লিখিছিল মলদাভীয় লোক কথাৰ ভিত্তিত। গল্পটোৰ বিষয়ে গৰ্কিয়ে চেখভলৈ লিখা এখন চিঠিত কৈছিল, "বুঢ়ী ইজেৰগিল'ৰ দৰে নিটোল সুন্দৰ আৰু কিবা লিখিব পাৰিম বুলি মোৰ মনে নধৰে।"

— 'জুইৰ ফিৰিঙতি দেখা পাইছনে ?' বুঢ়ীয়ে ওচৰতে বহি থকা ডেকাজনক সোধে।

— 'সেই নীলা অগ্নিস্ফুলিঙ্গবোৰ ?' ডেকাই সম্মুখৰ অন্ধকাৰ জংঘলৰ পিনে দেখুৱাই কয়।

— '-নীলা ? হয়, সেইবোৰেই .... সেইবোৰ তেনেহ'লে অৱশেষত উৰিবলৈ ধৰিলে। ভাল, ভাল .... মইতো আজিকালি মনিব নোৱাৰো, বহুতো কিবাকিবি আজি-কালি মই দেখা নাপাওঁ।'

— '- এই ফিৰিঙতিবোৰ ক'ৰ পৰা আহিছে বাৰু ?' - ডেকাজনে সোধে।

'- ফিৰিঙতিবোৰ আহিছে ডানকোৰ জ্বলন্ত বুকুৰ জুইৰ পৰা' বুঢ়ীয়ে কৈ গ'ল — 'পৃথিৱীত এখন হৃদয় আছিল.................

কথাখিনি কৈ উঠি বুঢ়ী চিন্তাত বুৰ যায়। মুখৰ ভিতৰতে ভোৰভোৰাই লাহে লাহে কয় — 'আচৰিত, বীৰ্য্যবান পুৰুষ আৰু নাৰী ক'ত বাৰু হেৰাই গ'ল ?'

বুঢ়ীয়ে পুনৰ এন্ধাৰৰ পিনে চাই কিবা ভাবি বহি থাকে। ডেকাজনে বুঢ়ীৰ পিনে চাই থাকে। তেওঁ জানে ডানকোৰ কথাই ভাবিছে ইজেৰগিল বুঢ়ীয়ে।

হঠাৎ বুঢ়ী সক্ৰিয় হৈ উঠিল। গল্প আৰম্ভ কৰি দিলে — 'বহু বহু যুগৰ আগেয়ে ষ্টেপৰ সমদল ভূমিত এটা জাতিৰ মানুহে বসবাস কৰিছিল। ভূখণ্ডৰ তিনিফালে জংঘল আৰু এপিনে ষ্টেপ। সিহঁত যেনে স্ফূৰ্তিবাজ তেনে আছিল সিহঁতৰ বল, বিক্ৰম আৰু সাহস। বহু যুগ পাৰ হৈ গ'ল উলাহ-আনন্দৰ মাজেৰে ... এটা সময়ত সিহঁতৰ ভাগ্যলৈ

দুৰ্যোগ নামি আহিল । ক'ৰবাৰ পৰা অন্য এক জাতিৰ মানুহে আহি সিহঁতক সেই ঠাইৰ পৰা খেদি পঠিয়ালে জংঘললৈ । অন্ধকাৰ সেমেকা জংঘলৰ পুৰণি প্ৰকাণ্ড গছবোৰৰ মাজেৰে আকাশ দেখা নাযায় । সূৰ্যৰ পোহৰো নপৰেহি জংঘলৰ মাজত । কেতিয়াবা কৰ'বাত এচেৰেঙা ৰ'দ পৰিলেও সেমেকা মাটিত বিষাক্ত বাষ্প উঠে — মৰি যায় বহুতো মানুহ । তি‍ৰোতা আৰু ল'ৰা-ছোৱালীবোৰৰ কাতৰ স্বৰত পুৰুষবোৰ হতাশ হৈ পৰে । তেওঁলোকে বুজি পায়, এই পৃথিৱীত বাচি থাকিবলৈ হ'লে তেওঁলোকে এই জংঘল এৰি যাব লাগিব মুক্ত অকাশৰ তললৈ - য'ত আছে সূৰ্য্যৰ পোহৰ আৰু মুকলি বতাহ । কিন্তু সেয়া কৰিবলৈ তেওঁলোকৰ সম্মুখত মাত্ৰ দুটা পথ ঃ পুৰণি ঠাইলৈ গৈ শক্তিমান শত্ৰুৰ ওচৰত বশ্যতা স্বীকাৰ কৰা, নাইবা সম্মুখৰ পিনে গভীৰ জংঘলৰ মাজেৰে আগুৱাই গৈ এক অজান ঠাইত আশ্ৰয় লোৱা । সেই ঠাইখনেইবা আকৌ বসবাসৰ উপযোগী হয়নে নহয় ? জুইকুৰাৰ চৌদিশে বহি বুঢ়াহঁতে আলোচনা কৰিছিল । হঠাৎ ডানকো গৰজি উঠিল — 'আমি সেই দিশেই আগুৱাই যাম, মই লৈ যাম বাট দেখুৱাই, তথাপি পুৰণি ঠাইলৈ উভতি গৈ পৰাধীন জীৱন-যাপান নকৰোঁ ।' অইন ডেকাবোৰেও ডানকোৰ কথাতেই হয়ভৰ দিলে, আৰম্ভ হ'ল এক অনিশ্চিত যাত্ৰা । যিমানে আগুৱাই যায়, অন্ধকাৰ সিমানেই বেছি হয়, প্ৰকাণ্ড গছ আৰু কাঁইটীয়া লতা পথৰুদ্ধ কৰি থিয় হৈ আছে । ডানকো পথ উলিয়াই আগবাঢ়ি যায় । এনেতে আহে ধুমুহা, বৰষুণ, বিজুলী ঢেৰেকনি । দুৰ্বল বহুতৰে মৃত্যু হয় । সকলোৱে ডানকোক দোষাৰোপ কৰে 'এয়া তই আমাক ক'লৈ লৈ আহিলি ? আমাৰ এই দুৰ্দশাৰ বাবে তয়ে দায়ী, শাস্তি পাব লাগিব তই । তই মৰিব লাগিব ।' বহুতে চিঞৰি চিঞৰি ক'বলৈ ধৰিলে । হঠাৎ বজ্ৰৰ দৰে গৰ্জন কৰিলে ডানকোৱে, ধুমুহা-ঢেৰেকনিকো চেৰ পেলাই ডানকোৰ গৰ্জনে কঁপাই তুলিলে হাবি, আকাশ, বতাহ । ডানকোৱে দুহাতেৰে নিজৰ বুকুখন ফালি উলিয়াই আনিলে তেওঁৰ জ্বলন্ত হৃদয়, হেজাৰ সূৰ্য্যৰ পোহৰত আলোকিত হ'ল চৌদিশ । মূৰৰ ওপৰত নিজৰ জ্বলন্ত হৃদয়খন দাঙি লৈ ডানকো আগবাঢ়িল — 'আহা, মোৰ পাচ লোৱা ।'

মন্ত্ৰমুগ্ধৰ দৰে মানুহবোৰ গৈ থাকিল ডানকোৰ পাচে পাচে । গৈ গৈ তেওঁলোকে হাবিখনৰ অন্য দিশ পালে, পালে এক সূৰ্য্যস্নাতা সোণালী নদী আৰু সৰিয়হ ফুলৰ ৰঙেৰে আবৃত বিশাল সমতল ভূমি । ডানকো দৌৰি গ'ল সমতল ভূমিৰ মাজলৈ, তেওঁ যেন শুই দিলে । যিসময়ত প্ৰতিজন মানুহেই কোনে কিমান ঠাই অধিকাৰ কৰি ল'ব পাৰে তাৰবাবে ব্যস্ত, ডানকো পৰি গ'ল পথাৰৰ সুকোমল কোলাত, হাতত তেতিয়াও জ্বলি আছে তেওঁৰ কোমল ৰক্তাক্ত হৃদয় । কোনোবা এজনে মাটি অধিকাৰ কৰি গৈ গৈ ডানকোৰ ওচৰ পালে, ডানকোৰ মৃতদেহৰ ওপৰত জ্বলি থকা হৃদয়খন দেখি তেওঁ ভয় খালে, হাতৰ লাঠিডালেৰে হৃদয়খনৰ ওপৰত শৰীৰৰ সৰ্বশক্তিৰে কোব

মাৰি দিলে ।

— 'হৃদয়খন ফাটি ছিটিকি আহিছে এজাক জোনাকী, আন্ধাৰ নাশিবলৈ' — বুঢ়ী ইজ্রেৰগিলে অতীত ৰোমন্থন কৰি যেন কৈ গৈছে — 'আজিও জ্বলি উঠে, অন্ধকাৰত সেই নীলা অগ্নি স্ফুলিঙ্গবোৰ - ডানকোৰ জ্বলন্ত বুকুৰ জুইৰ পৰা ।'

গর্কিৰ গল্পটো বহুদিন আগেয়েই পঢ়িছিলো । ছবিখনে আমাক হতাশ কৰিছিল । আমি সেই ছবিখনৰ কাহিনী লিখিবলৈ গৈ আশা হৈছে আমি বর্ণনা কৰাৰ দৰেই ছবি এখন কৰিব নোৱাৰিনে ? অসমৰ, অকল অসম কিয় ভাৰতৰ, বিশ্বৰ মানুহৰ কল্যাণকামী আজিৰ ডানকোৰ আত্মত্যাগৰ কাহিনীক লৈ এখনি সুন্দৰ ছবি কৰিব পৰা যায় । চিত্ৰনাট্য এখনৰ খচৰা কৰি ৰাখিছোঁ, নামো ভাবিছোঁ, নাম দিম 'সূর্য্যাস্তৰ পিচত - এজাক জোনালী' । গর্কিৰ কাহিনীটো কোৱাৰ লগতে আমাৰ আজিৰ ডানকোৰ কথাও কোৱাৰ কথা ভাবিছোঁ । আজিৰ ডানকোৰ নাম ৰাখিছোঁ মানৱ । অসমৰ পিচ পৰা গাঁও এখনৰ পটভূমিত কাহিনী গঢ়ি উঠিছে । পিছে, পাৰিম জানো তেনে এখন ছবি নির্মাণ কৰিব ?



# "দি অল্ড মেন এণ্ড দি ছি"

১৯৫৩ চনত পুলিটজাৰ পুৰস্কাৰ আৰু ১৯৫৪ চনত সাহিত্যত নোবেল বঁটা বিজয়ী উপন্যাস 'দি অ'ল্ড মেন এণ্ড দি ছি' প্ৰথমে ১৯৫২ চনত প্ৰকাশ পোৱাৰ লগে লগে আলোড়নৰ সৃষ্টি কৰিছিল । হেমিংৱেই লিখা সকলোবোৰ উপন্যাসৰ ভিতৰতে এই সৰু উপন্যাসখনৰ প্ৰতিটো শব্দ, প্ৰতিটো ডাৰি-কমাই যেন আটাইতকৈ বেছি সুচিন্তিতভাৱে প্ৰয়োগ কৰা হৈছে । হেমিংৱেই হেনো এই উপন্যাসখন অসংখ্যবাৰ পৰিবৰ্তন কৰিছিল, ফলত সৃষ্টি হৈছিল এই শতিকাৰ এখনি বিখ্যাত উপন্যাসৰ । এই বিখ্যাত উপন্যাসখনৰ চলচ্চিত্ৰ ৰূপ দিয়া হয় ১৯৫৭ চনত । ছবিৰ মুখ্য চৰিত্ৰ বুঢ়া ছাণ্টিয়াগোৰ ভাৱত অভিনয় কৰিছিল স্পেঞ্চাৰ ট্ৰেচীয়ে ।

বুঢাই সাগৰত মাছ মাৰিছিল, অকলে এখন টুলুঙা নাৱত উঠি । যোৱা ৮৪ দিন ধৰি বুঢাই কোনো মাছ ধৰিব পৰা নাই । প্ৰথমে ৪০ দিনত মেনোলিন নামৰ সৰু ল'ৰা এটা বুঢ়াৰ লগত সাগৰলৈ গৈছিল, মাছ ধৰাত সহায় কৰিবলৈ ; কিন্তু ইমান দিনে কোনো মাছ নোপোৱা বুঢ়াক অমঙ্গলীয়া বুলি ভাবি ল'ৰাটোক দেউতাকে অন্য মাছমৰীয়াৰ নাৱত লগাই দিলে । অন্য নাৱত গৈ বহুতো মাছ পালেও মেনোলিন কিন্তু বুঢ়াৰ প্ৰতি খুবেই সহানুভূতিশীল, সেয়ে সি কামত থকা সময়খিনিৰ বাহিৰে বাকী সময়খিনি বুঢ়াৰ লগত কটাইছিল, ইটো-সিটো কাম কৰি দি সহায় কৰিছিল, নিজৰ ভাগৰ খোৱাবস্তু আনি বুঢ়াক দিছিল । মেনোলিন পাঁচ বছৰ বয়সৰ পৰাই বুঢ়াৰ লগত মাছলৈ গৈছিল, সি সাগৰত নাৱেৰে মাছ ধৰাৰ বহুতো কায়দা-কানুন শিকিছিল, এতিয়া সি যথেষ্ট ডাঙৰ হৈছে ।

'তোমাক বৰশীত টোপ পিচাপে ব্যৱহাৰ কৰিবলৈ ছাৰ্দিন মাছ লাগিব নহয়, মই আনি দিওঁ ৰ'বা ।' — মেনোলিনে ক'লে ।

'নালাগে, নিমখত বুৰাই থোৱা চাৰি-পাঁচটামান ছাৰ্দিন আছে মোৰ ।' বুঢ়াই কয়, মেনোলিনে জানে বুঢ়াই সঁচা কথা কোৱা নাই ।

'সেয়া শুকাই গৈছে, ৰ'বা মই জীয়া মাছ কেইটামান আনি দিম ।' বুঢ়া মনে মনে

থাকে । ল'ৰাটোৱে ছাৰ্দিন কেইটামান ধৰি আনি বুঢ়াই টোপ হিচাপে ব্যৱহাৰ কৰিবলৈ মাছ খোৱা পাত্ৰটোত থৈ দিয়ে, সোধে — 'ৰাতিলৈ তুমি কি খোৱা ?

'পঁইতা ভাত (Yellow rice) কেইটামান আছে, তাকেই খাম মাছ পোৰাৰ লগত ।' নিৰ্লিপ্তভাৱে বুঢ়াই কয় ।

— 'গৰম কৰি দিওঁ নেকি ভাতকেইটা ?'

— 'নালাগে, ঠাণ্ডা ভাতেই খাম ।'

— 'তোমাৰ সৰু জালখন মই নিব পাৰোঁনে ?'

— 'লৈ যা'— বুঢ়াই উদাৰভাৱে কয় । মেনোলিনে জানে, বুঢ়াৰ যে কোনো সৰু জাল নাই, কথাটো বুঢ়াই মনেই কৰা নাছিল । বাতৰিখন পঢ়ি পঢ়িয়ে বুঢ়াই বাৰাণ্ডাতে বাগৰি দিয়ে । বহল বুকু আৰু সুস্থ সবল বাহু যেন তীখাৰে তৈয়াৰী, ল'ৰাটোৱে কম্বল এখন আনি বুঢ়াৰ গাত দি দিয়ে, সি জানে বুঢ়াৰ বাবে খোৱা বস্তু লৈ আহে মানে বুঢ়া শুই পৰিব । তেতিয়া সাগৰৰ চেঁচা বতাহ বলিব, কিন্তু দিনটোৰ পৰিশ্ৰান্ত বুঢ়া দেহাই তেতিয়া আৰু মন গ'লেও কম্বলখন লৈ শুই পৰাত বুঢ়াক সহায় নকৰিব । কম্বলৰ উমত বুঢ়াই চকু মুদি দিয়ে, বাতৰিখন মূৰৰ কাষত থৈ কয় — 'ধন্যবাদ !'

মেনোলিনে মাছমৰীয়া গাঁওখনৰ মাজেৰে গৈ থাকোতে বুঢ়াৰ কথাই ভাবি ভাবি আগবাঢ়ি আছে । এসময়ত সুস্থ সবল বুঢ়াৰ দেহটো এতিয়াও দেখাত একেই আছে, যদিও বয়সৰ লগে লগে বুঢ়া আজি আৰু আগৰ সেই মানুহজন নহয় । বুঢ়াৰ মুখতেই শুনা কথা, এবাৰ হেনো বুঢ়াই এজন সমবয়সীয়া নিগ্ৰোৰ লগত পাঞ্জা খেলিছিল, লগৰবোৰে কোন জিকিব তাকে লৈ বাজি লগাইছিল, পুৰা ২৪ ঘণ্টা, ৰবিবাৰৰ পুৱাৰ পৰা সোমবাৰে ৰাতিপুৱালৈ চলিছিল এই পাঞ্জা খেল । কোনেও কাকো পৰাভূত কৰিব পৰা নাছিল । নিগ্ৰোটোৱে মাজে মাজে ৰাম খাই বল বান্ধি বুঢ়াৰ হাতখন তললৈ নিয়াৰ বৃথা চেষ্টা কৰিছিল, আঙুলিৰ নখবোৰৰ পৰা তেজ বাহিৰ হৈছিল । এটা সময়ত সকলোৱে খেলখন ড্ৰ হৈছে বুলি মানি ল'বলৈ উপদেশ দিছিল । কিন্তু বুঢ়া নাইবা নিগ্ৰোজনে মানি লোৱা নাছিল । শেষত বুঢ়াই জিকিছিল । বুঢ়াৰ পৰা ল'ৰাটোৱে সাগৰত মাছ ধৰাৰো বহু কাহিনী শুনিছিল, শুনি অভিভূত হৈছিল । সেই বুঢ়াৰ আজি এনে অৱস্থা দেখি তাৰ চকু চলচলীয়া হৈছিল ।

ল'ৰাটোৱে ৰাতিৰ আহাৰ লৈ আহোতে বুঢ়া বাৰাণ্ডাতে বহি আছিল । 'ক'ৰপৰা আনিলি এইবোৰ' বুঢ়াই এনেয়ে সুধিছিল, ল'ৰাটোৱে মাৰ্টিনৰ দোকানৰ পৰা অনা বুলি কৈ বিয়েৰৰ বটল দুটা টেবুলৰ ওপৰত থ'লে । বুঢ়াই বিয়েৰৰ বটল দুটা দেখি প্ৰসন্ন হ'ল, থিয় হৈ গিলাচ, প্লেট আদি আনি টেবুলৰ ওপৰত থৈ সুধিলে — 'মাৰ্টিনে বিয়েৰ দুবটলো দিছেনে ?' ল'ৰাজনৰ পৰা কোনো উত্তৰ আশা নকৰি পুনৰ ক'লে 'তাক এটা ডাঙৰ মাছৰ পেটৰ অংশ দিব লাগিব, যদিহে এটা ডাঙৰ মাছ পাওঁ ।'

পাবা, পঁচাশীটো সৌভাগ্যৰ নম্বৰ, কাইলৈ তুমি মাছ নোপোৱাৰ পঁচাশী দিন হ'ব । মেনোলিনে উৎসাহ দিলে । বুঢ়াই বিয়েৰ এঢোক খাই হাঁহিলে 'এৰা, পঁচাশীটো শুভ নম্বৰ।'

ষ্টু, কিছু কল ভজা আৰু ভাত । এয়াই আছিল সিহঁতৰ ৰাতিৰ আহাৰ, বুঢ়াই বেছি খাব খোজা নাছিল, কিন্তু মেনোলিনে ধমকি দি ক'লে – 'নাখালে মাছ ধৰিবা কেনেকৈ, তুমিয়ে দেখোন কোৱা মাছ মাৰিবলৈ দেহত শক্তি লাগে ।'

খোৱা শেষ হ'লত মেনোলিনে বুঢ়াক শুৱাই থৈ দুৱাৰখন বাহিৰৰ পৰাই ভেজা দি বন্ধ কৰিলে, তাৰ পিচত ৰাতিপুৱা দেখা হ'ব বুলি কৈ বুঢ়াৰ পৰা বিদায় ল'লে ।

বুঢ়াৰ লগত নাৱত নগ'লেও মাছ মাৰিবলৈ যোৱা নাৱত প্ৰয়োজনীয় বস্তু-বাহানি আৰু পালখন তোলাত মেনোলিনে সহায় কৰি দিলে, হাঁহি মুখে বুঢ়াই নাও এৰি দিলে সাগৰলৈ, পাৰত ল'ৰাটো ৰৈ আছে হাঁহি মুখে ।

বিশাল সাগৰৰ বুকুত বুঢ়া অকলশৰে গৈ আছে, এজাক চোল মাছে নাওখন খুন্দিয়াই জঁপিয়াই জঁপিয়াই আঁতৰি গ'ল । ছাৰ্দিনৰ জাক এটাও কিছু আঁতৰেৰে গৈ আছে । বুঢ়াৰ অভিজ্ঞ চকুৱে অৱশেষত ঢৌ দেখি বুজিলে ডাঙৰ মাছ পোৱা সাগৰৰ সোঁত । তুনা মাছ দুটা বৰশীত গাঁঠি বুঢ়াই পানীত পেলাই দিলে, অইন এটা বৰশীতি ছাৰ্দিন দুটা গাঁঠি দূৰলৈ দলিয়াই দিলে, তাৰ পিচত অপেক্ষা কেৱল অপেক্ষা ।

বুঢ়াই নিজৰ ভিতৰতে বহু কথাই ভাবিলে, ধৰ্মৰ প্ৰতি কোনো দুৰ্বলতা নাই যদিও বুঢ়াই যেন সাগৰৰ দেৱতাক, মাছৰ দেৱতাক সুৱঁৰিলে, পিতা, পুত্ৰ আৰু পৱিত্ৰ আত্মাৰ শপত খালে, মা মেৰীক সুৱঁৰিলে – আজি যেন নিৰাশ নহয় তেওঁ ।

পূব আকাশত ৰঙা বেলিয়ে উঠি আহি গোটেই সাগৰখন ৰাঙলী কৰিলে, সময় যোৱাৰ লগে লগে ৰ'দৰ সোণালী ৰঙেৰে চৌদিশ পোহৰ কৰি সূৰ্যদেৱে মাজ আকাশত হাঁহিবলৈ ধৰিলে । বুঢ়াৰ ভোক লাগিল । লগত অনা ভজা মাছ আৰু ৰুটি খাই পানীৰ পাত্ৰটোৰ পৰা পেট ভৰাই পানী খালে । সাগৰৰ জুৰ বতাহ লাগিল বুঢ়াৰ গাত, কেতিয়া টোপনি গ'ল ক'বই নোৱাৰিলে । বহি বহি টোপনি যোৱা বুঢ়াৰ কাৰণে একো নতুন কথা নহয় । সপোন দেখিলে বৰশীৰ পুঙাবোৰ যেন লৰিছে । প্ৰকাণ্ড মাছৰ ভৰত পুঙাবোৰ সাগৰৰ পানীত বুৰি গৈছে । এটা প্ৰকাণ্ড আঁচাৰ মাৰি সঁচাকৈয়ে বৰশীৰ ৰছী এডালে বুঢ়াৰ টোপনি ভাঙি দিলে, ভৰিত বন্ধা আছিল বৰশীৰ ৰছী । কঁকালতো মেৰাই থোৱা আছিল । বুঢ়াই সাৰ পাই দেখে, এটা প্ৰকাণ্ড মাছে বৰশীৰ টোপ গিলিছে । হয়তো তাৰ গৰ্ভলৈকে গিলিছে সি টোপ, 'খকুৱা মাছ, বুজিবি ৰহ' – বুঢ়াই মুখৰ মাজতে ভোৰভোৰালে । কিছুসময় মাছটোৱে প্ৰকাণ্ড ফিচাখন শূন্যলৈ তুলি সাগৰৰ পানীত আঁচাৰি ঢউ তুলিছে । বলিয়াৰ দৰে জঁপিয়াইছে ইফালে-সিফালে । বুঢ়াই ৰছী এৰি দিছে, এই সময়খিনিয়েই আচল সময় । মাছটো ভাগৰি নপৰা পৰ্যন্ত তাক যিমান

লাগে ৰছী এৰি দিব লাগিব । বৰশীটো আৰু অলপ গিলি দে মাছ, ভালকৈ গিলি দে । বুঢ়াই ক'লে । পেটলৈকে গিলি ওপৰলৈ উঠি আহ, মোক আমনি নকৰিবি বোপাই, ভালে ভালে ওপৰলৈ উঠি আহ, মই যাতে শেলপাত (Harpoon) তোৰ দেহত শালি দিব পাৰোঁ । কথাৰ লগে লগে বুঢ়াই সাৱধানে বৰশীত টান দিলে, দেহৰ সৰ্বশক্তি প্ৰয়োগ কৰি বৰশীৰ ৰছীডাল এহাত এহাতকৈ টানি আনি নিজৰ কঁকালত মেৰাই ল'লে ।

মাছটোৱে লাহে লাহে সাঁতুৰিবলৈ ধৰিলে, নাওখনেৰে সৈতে বুঢ়াক টানি টানি বিশাল সাগৰৰ মাজলৈ যাবলৈ ধৰিলে । অবিৰাম সেই যাত্ৰা, পশ্চিমত বেলি মাৰ গ'ল, ওৰে নিশা নাও আগুৱাই গৈ থাকিল । পুনৰ বেলি উঠিল, 'কালি দুপৰীয়া শেলপাত তোৰ দেহত শালি দিয়াৰ পিচৰে পৰা তোক মই দেখা নাই মাছ — বুঢ়াই যেন মাছটোৰ সৈতে কথা পাতিব খোজে । বেলি ওপৰলৈ উঠাত বুঢ়াই চৌদিশে এবাৰ চকু ফুৰালে। চৌদিশে কেৱল পানী আৰু পানী । সূৰ্যৰ গতি পথ অধ্যয়ন কৰি বুঢ়াই বুজিবলৈ চেষ্টা কৰিলে নাওখনৰ স্থিতি । ' মাছটোৱে তাৰ গতি সলনি কৰা নাই তেনেহ'লে, এতিয়া হয়তো সাগৰৰ তলীত জিৰণি লৈছে । ময়ো বৰ পৰিশ্ৰান্ত মাছ, তয়ো ভাগৰি পৰিছ, অকণ জিৰণি ল।' — থিয়হৈ বুঢ়াই নাওখনৰ দাঁতিলৈ গৈ পেছাব কৰিলে । তাৰ পিচত পুনৰ নাৱত বহিল, বৰশীৰ ৰছীডাল কঁকালত মেৰোৱা বাবে বুঢ়াৰ কঁকালখন বিষাইছে। — 'মই তোৰ লগতেই থাকিম মাছ, মোৰ মৃত্যুলৈকে তোৰ লগতে থাকিম ।' — 'মই তোক ভাল পাওঁ মাছ' — বুঢ়াই বকি গ'ল, 'কিন্তু মই তোক মাৰিবই লাগিব নিজে জীয়াই থকাৰ বাবে ।' উত্তৰৰ পিনৰ পৰা সৰু চৰাই এটা আহি ভাগৰি-জুগৰি নাওৰ দাঁতিত বহিল, কিন্তু পুনৰ উৰা মাৰি বুঢ়াৰ মূৰৰ ওপৰেৰে এপাক ঘূৰি বৰশীৰ ৰছীডালত থিতাপি ল'লে । 'তোমাৰ বয়স কিমান সৰু চৰাই' বুঢ়াই চৰাইটোৰ লগত কথা পাতিবলৈ ধৰিলে । এয়া তোমাৰ প্ৰথম ভ্ৰমণ নেকি ? এই দৃশ্যটো পৰিচালকে ইমান মনোগ্ৰাহী কৰি তুলিছে যে বুঢ়াৰ কথাৰ মাজে মাজে ধুনীয়া চৰাইটোৱে কৰা অৰ্থহীন শব্দবোৰ যেন বুঢ়াৰ লগত কথা পাতি থকা চৰাইটোৰ সংলাপহে ।

ছলাং ছলাংকৈ সৰু সৰু ঢৌবোৰে নাওঁৰ দাঁতিত খুন্দিয়াই আছে । প্ৰখৰ ৰ'দত পুৰি গৈছে বুঢ়াৰ দেহ, পানীৰ পাত্ৰটোত পানী প্ৰায় শেষ হৈ আহিছে — সৰু মাছ কেইটামান ধৰি কাটি ৰ'দত শুকাবলৈ দিছে বুঢ়াই । এটুকুৰা মাছ মুখত দি মুখ বিকটাই দিলে বুঢ়াই 'তথাপি জীয়াই থকাৰ বাবে খাবই লাগিব । মাছটুকুৰা গিলি বুঢ়াই চিন্তা কৰিলে, ক'লে — 'মাছটো যদি আজি ৰাতিটোও পানীৰ তলতে থাকে, তেনেহ'লে মই পিয়াহত মৰিব লাগিব । ৰাতি যদি কিছু উৰণীয়া মাছ নাৱত জঁপিয়াই পৰিলহেঁতেন — কিন্তু মোৰ যে উৰণীয়া মাছক বিভ্ৰান্ত কৰিবলৈ কোনো পোহৰেই নাই । নিমখো নাই, পোহৰো নাই । এইবাৰৰ পৰা নাৱত প্ৰয়োজনীয় সকলো বস্তু লৈহে মাছ মাৰিবলৈ

ওলাম। উৰুণীয়া মাছ কেঁচাই খাবলৈ ভাল, কিন্তু......... এতিয়া মই মোৰ সকলো শক্তি সঞ্চয় কৰিব ৰাখিব লাগিব। মাছটো ইমান ডাঙৰ বুলি মই ভবাই নাছিলো। হে ভগৱান সহায় কৰা মোক। মাছটো মই মাৰিমেই, যিমানেই বৃহৎ আৰু মহৎ আত্মা সি নহওঁক কিয়।'

গাঁৱৰ মানুহখিনিক, মেনোলিনক মই দেখুৱাই দিম মই বুঢ়া হ'লেও পেলনীয়া নহয়। মাছ তোকো মই বুজাই দিম মানুহে কি কৰিব পাৰে। শুই থাক, তই হয়তো বাগৰি পৰিছ, ময়ো পাৰিলে টোপনি যাম, সিংহৰ সপোন দেখিম। — বুঢ়াৰ কঁকালটো বিষাইছিল, বুঢ়াই অসীম ধৈৰ্য্য ধৰি খুব লাহ লাহে মাছটো নাৱৰ কাষ চপোৱাত লাগিল, আৰু এটা সময়ত মাছটো একেবাৰে নাৱৰ কাষ চপাই প্ৰথমে মাছটোক নাওখনৰ লগত বান্ধি পেলালে। তাৰ পিচত আৰু দুপাতমান শেল মাছটোৰ গাত হানি দিলে। দুৰ্বল হ'লেও সৰ্বশক্তি প্ৰয়োগ কৰি মাছটোৱে তাৰ বৃহৎ গাটো লৰাই দিলে, টুলুঙা নাওখন প্ৰচণ্ড ধুমুহাত লৰাদি লৰিছিল। কোনোমতে ভাৰসাম্য ৰাখি বুঢ়াই অৱশেষত মাছটো ভালদৰে বান্ধি পেলালে। তিনিদিন অনাহাৰে অনিদ্ৰাই আমনি লগা সময় অতিবাহিত কৰাৰ পিচত অক্লান্ত পৰিশ্ৰমৰ শেষত বুঢ়াৰ মুখত হাঁহি বিৰিঙি উঠিল। জীৱনত ইমান ডাঙৰ মাছ বুঢ়াই ধৰা নাই, বুঢ়াই কিয়, কোনো মাছমৰীয়ায়ে ধৰা মনত নপৰে। বুঢ়াৰ মনত এক উজ্জ্বল ভবিষ্যতৰ আশা — মাছটো বিক্ৰী কৰি বুঢ়াই প্ৰচুৰ ধন পাব। একেৰাতিৰ ভিতৰতে ধনী হৈ যাব, হয়তো আৰু এনেদৰে কষ্ট কৰি মাছ মাৰিবলৈ আহিব নালাগিব। নাওখন সি মেনোলিনক দি দিব, মাছ মৰা আহিলোবোৰো দি দিব।

আকাশত জোনটোৱে হাঁহি আছিল। নাওখনে এক মৃদু সংগীতৰ মূৰ্চ্ছনা তুলি সাগৰ তীৰলৈ গতি কৰিছিল। তৰা ভৰা আকাশৰ তলত নাওখনত জিৰণি লৈছিল বুঢ়াই, গাত চেঁচা বতাহ লাগি দিনৰ ভাগত ৰ'দে পোৰা বুঢ়া দেহাটো জুৰ পৰি গৈছিল। 'মই এটা মহা মূৰ্খ' কেঁচা মাছ চোবাই চোবাই বুঢ়াই ক'লে 'দিনটো ইমান ৰ'দ গ'ল, সাগৰৰ পানী কিছু যদি নাৱত তুলি ৰাখিলোহেঁতেন, কেঁচা মাছৰ লগত নিমখ খাব পাৰিলোহেঁতেন।'

মাছটোক সাৱটি ধৰি নাওখনে ঢাপলি মেলিলে পাৰলৈ, শুকুলা পালখনৰ ফট্‌ফট্ শব্দটো বুঢ়াৰ কাণত যন্ত্ৰসংগীতৰ দৰে বাজিছিল আৰু বুঢ়াই সপোন দেখিছিল সিংহৰ। এটা সময়ত টোপনি ভাগিল, পশ্চিম আকাশত মেঘবোৰ গোট খাইছে। 'নাই, আজি কালিৰ ভিতৰত বৰষুণ নাহে।' বৃহৎ মাছটোৰ ভয় লগা চকু দুটালৈ চাই বুঢ়াই বহু সময় কিবা-কিবি ভাবিলে, নাই, মাছ, এতিয়া তোমাৰ সেই ভয়াবহ চকু দুটাই মোক ভয় খুৱাব নোৱাৰে। মোৰ কঁকালৰ বিষটো, ভোগালা তুমি, কিন্তু এতিয়া আৰু মোৰ বেয়া লগা নাই। আপোনমনে কথাবোৰ কৈ গৈছে বুঢ়াই, তথাপি ইমান ডাঙৰ মাছ এটা ধৰাৰ আনন্দত বুঢ়াই পাহৰি গৈছে সকলো দুখ-ভাগৰ। এনেতে এটা চিনাকি শব্দত

বুঢ়াই শোৱাৰ পৰা উঠি বহিল, সাগৰত পানী ফালি আহি আছে ছাৰ্কটো, এটা-দুটা তিনিটা ছাৰ্ক, মাছটোৰ তেজৰ গোন্ধ তেনেহ'লে সিহঁতে পালে । 'যুঁজলৈ তেনেহ'লে সাজু হ'বৰ হ'ল । বুঢ়াই ভাবিলে —'মানুহৰ জন্ম পৰাজয় স্বীকাৰ কৰিবৰ বাবে হোৱা নাই, মানুহে মৃত্যুবৰণ কৰিব, কিন্তু পৰাজয় স্বীকাৰ নকৰে ।

মাছটোৰ ফিছাৰ পিনে কামোৰ মাৰিলেহি ছাৰ্কটোৱে । বুঢ়াই বঠাপাতেৰে ছাৰ্কটোৰ মূৰতে মাৰ শোধালে, ছাৰ্কটোৱে বুৰ মাৰিলে । কিন্তু আৰু দুটা ছাৰ্কে আহি মাছটোত কামোৰ মাৰি মাংস একৰাই লৈ গ'ল । পানীত তেজৰ নৈ ব'বলৈ ধৰিলে আৰু নাতি দূৰৈত দেখা গ'ল অসংখ্য ছাৰ্কৰ ধাৰ থকা ফিছাবোৰ । বুঢ়া নাওখনৰ ইফালৰ পৰা সিফালে গৈ ওচৰ চাপি অহা ছাৰ্কবোৰৰ অপেক্ষাত ৰ'ল, হিংস্ৰ, দুৰ্দান্ত ছাৰ্কবোৰ । পিচ মুহূৰ্ততে দেখিলে ছাৰ্কবোৰে চাৰিও পিনৰ পৰা নাওখন আৰু মাছটোক বেৰি ধৰিছে, ছাণ্টিয়াগোৱে উদ্‌ভ্ৰান্তৰ দৰে ছাৰ্কবোৰক বাধা দিবলৈ চেষ্টা কৰিলে । যুঁজি যুঁজি ভাগৰি পৰা বুঢ়া এটা সময়ত বহি পৰিল । ছাৰ্কৰ দলটোৱে এক দুৰ্ধৰ্ষ সেনানীৰ দৰে আহি সকলো লণ্ড ভণ্ড কৰি গ'ল ।

বুঢ়াই মাছটোৰ পিনে ঘূৰি চালে 'বেয়া নাপাবা মাছ, তোমাৰ ৪০ পাউণ্ডমান ওজন কমিল, ভালেই হ'ল, নাওখন আৰু বেছি জোৰেৰে চলি যাব পাৰিব ।'

ছাৰ্কবোৰ কিছু সময়ৰ পিছত পুনৰ আহিল । বুঢ়াই চোকা কটাৰী এখন বঠাপাতত বান্ধি থৈ আছিল সিহঁতৰ বাবে । ওচৰতে পোৱা প্ৰতিটো ছাৰ্কক বুঢ়াই কটাৰীৰে কাটিলে 'চকুবোৰ ঘুণীয়া কৰিব পাৰিলে ভাল' — বুঢ়াই শ শ ছাৰ্কৰ বিৰুদ্ধে অকলেই যুদ্ধ কৰিলে । 'যদিও জয়ৰ আনন্দতকৈ যুদ্ধ কৰাটোহে মানুহৰ কাম । যিয়েই নহওক, মোৰ হাতত এপাত অস্ত্ৰ আছে । মানুহে ওৰেটো জীৱন সংগ্ৰাম কৰিয়ে খ্যাতি ৰাখি যাব লাগিব ।

কিন্তু ছাণ্টিয়াগোৱে যেতিয়া পাৰত নাও বান্ধিলে তেতিয়া মাছটোৰ কংকালৰ বাহিৰে আৰু একোৱেই নাছিল । তাৰ গাত, মূৰটো কেৱল জীৱন্ত মাছটোৰ দৰেই জিলিকি আছে নতুন প্ৰভাতত, ভয়াবহ চকু দুটাত কৰুণতাৰ ছা । 'মই নিজৰ স্বাৰ্থৰ বাবে তোমাক হত্যা কৰিছিলো মাছ, সিহঁতে তোমাক নহয় মোক হত্যা কৰিলে সিহঁতৰ নিজৰ স্বাৰ্থৰ বাবে ।'

গাঁওৰ মাছমৰীয়াবোৰে পাৰত জমা হৈ অপেক্ষা কৰিছে । বিভিন্নজনৰ মুখত বিভিন্ন কথা । মেনোলিন নামৰ সৰু ল'ৰাটোৱে সাগৰৰ পাৰৰ পৰা আহি বুঢ়াক লগ ধৰিছিলহি ঘৰত, পৰিশ্ৰান্ত বুঢ়া কেঁকোৰা হৈ পৰি শুই আছে ।

'এইবাৰৰ পৰা ময়ো যাম তোমাৰ লগত' ল'ৰাটোৱে ক'লে । বুঢ়াই চকু মেলি চালে — হুঁ' ।

'হুঁ নহয়, দেউতাই যাবলৈ নিদিলেও যাম, যামেই ।'

'কিন্তু মই যে দুৰ্ভগীয়া ।' বুঢ়াই দুৰ্বল স্বৰত ক'লে ।

সেইদিনা গোটেই দিনটো গাঁৱৰ মানুহৰ লগতে পৰ্যটকসকলে বুঢ়াৰ নাওখনৰ কাষত বান্ধি থোৱা মাছটোৰ কংকালটো চালেহি । বুঢ়াই কিন্তু আৰামত টোপনি মাৰিছে, কাষত বৈ আছে মেনোলিন ।............



# "এ ডলছ হাউছ"

ইউৰোপীয় নাট্যশালাৰ ওপৰত ইবছেনৰ প্ৰভাৱ ইমান বেছি যে আমি তেওঁক আধুনিক নাট্যকলাৰ বাটকটীয়া বুলি ক'ব পাৰোঁ। মহান নাট্যকাৰ পিৰান্দেল্লোৱে ইবছেনৰ বিষয়ে কৈছিল — 'অকণো ইতস্ততঃ নকৰাকৈ শ্বেক্সপিয়েৰৰ পিছতে মই ঠাই দিওঁ ইবছেনক।'

হেনৰিক ইবছেনৰ 'এ ডলছ হাউছ' তেওঁৰ সৰ্বাধিক জনপ্ৰিয় নাটকৰ অন্যতম। ১৮৭৯ চনত প্ৰকাশ হোৱাৰ লগে লগে নাটকখনে সমাজত আলোড়নৰ সৃষ্টি কৰিছিল। 'এ ডলছ হাউছ'ত ইবছেনে দেখুৱাইছে এগৰাকী মহিলাক তেওঁৰ স্বামীয়ে দায়িত্বশীল মানুহ হিচাপে নলৈ পুতলা এটাৰ দৰে ব্যৱহাৰ কৰা বাবেই মহিলাগৰাকীয়ে স্বামীক ত্যাগ কৰিলে। আমি চলচ্চিত্ৰখনত 'এ ডলছ হাউছ'ৰ সকলোবোৰ নাটকীয় মুহূৰ্তৰ ব্যৱহাৰ এখন নাটকত পোৱাৰ দৰে পালেও চলচ্চিত্ৰ নাটক নহয়। পৰিচালকৰ হাতত চলচ্চিত্ৰৰ দৰে সৰ্বাধুনিক মাধ্যমটো থকা সত্ত্বেও তেওঁ ইবছেনৰ নাট্যৰীতিৰ পৰা ফালৰি কাটি আহিব নোৱাৰিলে। অৱশ্যে ক'ব লাগিব যে বিখ্যাত নাটকৰ চলচ্চিত্ৰ ৰূপ খুব কমেইহে সাৰ্থক হৈছে। ব্যতিক্ৰমো নোহোৱা নহয়। প্ৰখ্যাত অভিনেতা পৰিচালক ওৰছন ওয়েলছে দিয়া 'মেকবেথ' নাটকৰ চলচ্চিত্ৰখন নাট্যৰূপৰ বিপৰীতে এক সাৰ্থক চলচ্চিত্ৰ ৰূপ। শ্বেক্সপিয়েৰৰে 'হেমলেট' নাটকৰ সাৰ্থক চিত্ৰৰূপ দিয়া হৈছিল ৰুছিয়াত। কুৰুচুৱাৰ 'মেকবেথ' ছবিখনো শ্বেক্সপিয়েৰৰ নাটকৰ আধাৰত হলেও ই যেন এক সৰ্বাধুনিক নতুন সৃষ্টি।

— চৌদিশে বৰদিনৰ ব্যস্ততা। নোৰা হেলমাৰ বজাৰ সমাৰ কৰাত ব্যস্ত। বিয়াৰ পিছত এই প্ৰথমবাৰৰ বাবে তেওঁ কিছু মুক্ত হস্তে খৰচ কৰিব পাৰিছে। তেওঁৰ স্বামী টৰভাল্ড কিছুদিনৰ আগেয়ে এটা বেংকৰ মেনেজাৰ হৈছে। নতুন বছৰত আৰু তেওঁলোকৰ কোনো অভাৱ নাথাকিব। বজাৰত ঘূৰি ঘূৰি ইটো-সিটো বস্তু লিৰিকি-বিদাৰি চাই অৱশেষত তেওঁ এজোপা খৃষ্টমাছ গছ আৰু ল'ৰা-ছোৱালী দুটাৰ কাৰণে কিছু পুতলা কিনিলে। তেওঁৰ প্ৰিয় বিস্কুট এপেকেট কিনাৰ কথাও ভাৱিছিল যদিও

ইমান খৰচ কৰা টৰভাল্‌ডে হয়তো ভাল নাপাব বুলিয়েই নিকিনিলে । নোৰাক টৰভাল্‌ডে গভীৰভাৱেই ভাল পায় । কিন্তু নোৰাৰ দেউতাকৰ দৰেই তেওঁৰ মনতো নোৰা এটি আচৰিত ধৰণৰ পুতলা মাথোন । নোৰায়ো গিৰিয়েকৰ লগত প্ৰায়ে এজনী কণমানি সৰু ছোৱালীৰ দৰে আচৰণ কৰে- মুখ ভেঙুচিয়াই সৰু সৰু কথাতে অভিমান কৰে, কাজিয়া-পেচাল লাগিয়ে থাকে । অৱশ্যে টৰভাল্‌ডৰ এইবোৰ ভালেই লাগে । ঘৈণীয়েকে তেনেকুৱা নকৰিলেহে যেন কিবা অস্বাভাৱিক লাগে ।

আচলতে কিন্তু নোৰা পুতলা নহয়, নাৰীসুলভ মমতা, ভয়-আকাংক্ষা – এই সকলোবোৰেই নোৰাৰ আছে । এইবোৰ লৈয়ে নোৰা এগৰাকী মৰম আকলুৱা মহিলা । সাত বছৰ আগেয়ে সেয়া প্ৰমাণিত হৈ গৈছে । প্ৰথম সন্তানটোৰ জন্মৰ ঠিক পিছতে টৰভাল্‌ডে টাইফয়দত আক্ৰান্ত হৈ যেতিয়া বেয়াকৈ অসুস্থ হৈ পৰি বিছনা ল'লে আৰু তেওঁৰ শৰীৰৰ দুৰ্বলতাৰ বাবে ডাক্তৰে যেতিয়া উপদেশ দিলে কোনো স্বাস্থ্যকৰ ঠাইলৈ গৈ কিছুদিন থাকি আহিবলৈ, অন্যথাই তেওঁৰ শৰীৰ লাহে লাহে দুৰ্বল হৈ মৃত্যুৰ মুখত পৰিব বুলি, তেতিয়া নোৰাহঁতৰ আৰ্থিক অৱস্থা অতি বেয়া। তথাপি নোৰাই হতাশ নহৈ ডাক্তৰৰ উপদেশ অনুসৰি গিৰিয়েকক স্বাস্থ্যকৰ ঠাইলৈ ফুৰিবলৈ লৈ যাবৰ বাবে সকলো যা-যোগাৰ কৰিলে । গিৰিয়েকৰ মতামতৰ বাবে তেওঁ অপেক্ষা কৰা নাছিল, কিয়নো, নোৰাই জানে তেওঁৰ গিৰিয়েকে মৰিলেও টকা ধাৰলৈ নলয় । তেওঁ তেওঁৰ ধনী দেউতাকৰ ওচৰত হাত নাপাতিলে । তদুপৰি তেওঁৰ দেউতাকো তেতিয়া মৃত্যু শয্যাত । গতিকে ক্ৰগষ্ট্যাড নামৰ লোক এজনৰ পৰা টকা ধাৰলৈ লোৱাত বাদে নোৰাৰ অইন কোনো উপায় নাছিল । অৱশ্যে টকা ধাৰলৈ লোৱাৰ বাবে তেওঁ কিছু মিছা কথাৰ আশ্ৰয় ল'ব লগা হৈছিল । চুক্তিপত্ৰত নোৰাই দেউতাকৰ চহী জাল কৰি তেওঁৰ প্ৰয়োজনীয় আঢ়ৈশ পাউণ্ড ক্ৰগষ্ট্যাডৰ পৰা ধাৰলৈ ল'লে, যাতে টৰভাল্‌ডে ইটালীলৈ গৈ পুনৰ হেৰোৱা স্বাস্থ্য লৈ ঘূৰি আহিব পাৰে ।

ক্ৰগষ্ট্যাডে এতিয়া সেই ঋণৰ টকা পৰিশোধ কৰিবলৈ সদায় তাগিদা দি আহিছিল, নোৰায়ো নিয়মিতভাৱে টকাখিনি ঘূৰাই দিবৰ বাবে আপ্ৰাণ চেষ্টা কৰিছিল । টৰভাল্‌ডে কাপোৰ-কানি কিনিবলৈ দিয়া পইছাৰ আধাৰ বেছি নোৰাই খৰচ নকৰে । এইদৰেই টকা বচাই ঋণৰ টকা পৰিশোধ কৰাৰ উপৰি নোৰাই নিজাকৈ সৰু-সুৰা কিছুমান কাম কৰি উপাৰ্জন কৰিছিল । যোৱা মাহত তেওঁ উপন্যাস এখনৰ পাণ্ডুলিপিৰ প্ৰতিলিপি কৰি দি যথেষ্ট ধন পাইছিল । অৱশ্যে এই কামবোৰ নোৰাই অতি গোপনে কৰিবলগীয়া হৈছিল, কিয়নো, টৰভাল্‌ডক নোৰাই এই ঋণৰ কথা কোৱা নাছিল, কোৱা হ'লে তেওঁ কেতিয়াও স্বাস্থ্যৰ উন্নতিৰ বাবে ফুৰিবলৈ নগ'লহেঁতেন । নোৰাই তেওঁক কৈছিল যে টকাখিনি তেওঁ দেউতাকৰ পৰা আনিছে ।

টৰভাল্‌ডে চাকৰি কৰা বেংকটোতেই ক্ৰগষ্ট্যাডে চাকৰি কৰিছিল । ক্ৰগষ্ট্যাডে

তেওঁৰ নিজৰ উন্নতিৰ বাবে নোৰাৰ যোগেদি টৰভাল্‌ডক ব্যৱহাৰ কৰাৰ সুযোগ বিচাৰি আছিল । কিন্তু ক্ৰুগষ্ট্যাডৰ প্ৰতি টৰভাল্‌ডৰ লগতে বেংকৰ অন্যান্য অফিচাৰসকলো বিতুষ্ট, আনকি তেওঁলোকে ক্ৰুগষ্ট্যাডক চাকৰিৰ পৰা বৰ্খাস্ত কৰাৰ কথা ভাবিছিল ।

খৃষ্টিনা নোৰাৰ স্কুলীয়া বন্ধু । টৰভাল্‌ডহঁতৰ বেংকত চাকৰিৰ বাবে আবেদন জনাই এতিয়া টৰভাল্‌ডক লগ ধৰিবলৈ আহি পুৰণি বান্ধৱী নোৰাৰ ঘৰতে আছেহি । নোৰাই বান্ধৱীক সহায় কৰিবলৈ গিৰিয়েকক অনুৰোধ কৰিলে । টৰভাল্‌ডে অন্যান্য অফিচাৰসকলৰ লগত আলোচনা কৰি ক্ৰুগষ্ট্যাডক বৰ্খাস্ত কৰি খৃষ্টিনাক সেই ঠাইত নিযুক্ত কৰিবলৈ ঠিৰাং কৰিলে । ক্ৰুগষ্ট্যাডে কথাটো জানিব পাৰি নোৰাৰ ওচৰ পালেহি আৰু সকীয়াই থৈ গ'ল যে যদি তেওঁৰ চাকৰি যায়, তেনেহ'লে নোৰা আৰু তেওঁৰ স্বামীৰ জীৱন নষ্ট কৰিহে এৰিব । ক্ৰুগষ্ট্যাডে নোৰাক মনত পেলাই দিলে যে ঋণৰ চুক্তিপত্ৰত থকা নোৰাৰ দেউতাকৰ চহীটো তেওঁৰ মৃত্যুৰ তিনি দিন পিছৰ তাৰিখত চহী কৰা আছে, সেয়া যে নোৰাই জাল চহী কৰিছে ক্ৰুগষ্ট্যাডে জানে । এতিয়া আৰু ক্ৰুগষ্ট্যাডক চাকৰিত পুনৰ নিয়োগ কৰিবৰ বাবে গিৰিয়েকক বুজাবৰ চেষ্টা কৰাৰ বাহিৰে নোৰাৰ অন্য উপায় নাছিল । অৱশ্যে নোৰা ব্যৰ্থ হৈছিল । ইপিনে ক্ৰুগষ্ট্যাডে চাকৰিৰ পৰা বৰ্খাস্ত হোৱাৰ জাননী পোৱাৰ লগে লগে নোৰাই জালচহী কৰি টকা ধাৰলৈ লোৱাৰ সকলো কথা জনাই এখন চিঠি হেলমাৰ পৰিয়ালৰ চিঠিৰ বাকচত ভৰাই থৈ গ'ল ।

বৰদিনৰ বন্ধৰ বাবে টৰভাল্‌ড ঘৰতেই আছিল । সন্ধ্যা এটা নাচৰ অনুষ্ঠানত নোৰাই নাচিব, জনজাতীয় মৎস্য কন্যাৰ নাচ । চিঠিৰ বাকচটোৰ পৰা গিৰিয়েকক আঁতৰাই ৰাখিবৰ বাবে নোৰাই গিৰিয়েক আৰু পুৰণি বন্ধু ডাক্তৰ ব্যাঙ্কৰ আগত বাৰে বাৰে নাচৰ আখৰা কৰি ভাগৰি পৰিছিল । ইতিমধ্যে নোৰাই বান্ধৱী খৃষ্টিনাক সকলো কথা ভাঙি-পাতি কৈ ক্ৰুগষ্ট্যাডে যাতে চিঠিখন নপঠায় তাৰে চেষ্টা কৰিবলৈ অনুৰোধ কৰিছিল । ক্ৰুগষ্ট্যাড এসময়ত খৃষ্টিনাৰ প্ৰেমিক আছিল । গতিকে ক্ৰুগষ্ট্যাডে যাতে চিঠি লিখা কামটোৰ পৰা বিৰত থাকি স্বাভাৱিক সম্বন্ধ ৰাখি চলে তাৰ বাবে চেষ্টা কৰি গ'ল খৃষ্টিনাই ।

নোৰাই ডাক্তৰ ব্যাঙ্কক কথাটো জনাই দিয়াৰ বাবে সুযোগ বিচাৰি আছিল যদিও শেষলৈ কথাটো আৰু কোৱা নহ'ল । টৰভাল্‌ডে প্ৰতিশ্ৰুতি দিলে যে বলনাচৰ পৰা উভতি নহালৈকে তেওঁ আৰু চিঠিৰ বাকচ নোখোলে, চিঠি-পত্ৰ চোৱা-মেলাও নকৰে । তথাপি নোৰাৰ মনত শান্তি নাছিল, নিজৰ কাৰণে নহয়, টৰভাল্‌ডৰ ভৱিষ্যতৰ কথা ভাবিয়ে নোৰা হৈ পৰিছিল অশান্ত ।

নোৰাই সপোন দেখিছে ঃ হিমশীতল পানীত বুৰি তেওঁৰ মৃত্যু হৈছে । শোকবিহ্বল টৰভাল্‌ডে নোৰাৰ সকলো দোষ নিজে মূৰ পাতি লৈছে, তাৰ বাবে টৰভাল্‌ড অপমানিত

হৈছে । কিন্তু নোৰাৰ কল্পনাৰ লগত বাস্তৱৰ কোনো মিল নাই । ক্ৰুগষ্ট্যাডক বিয়া কৰাই তেওঁ ৰ ল'ৰা-ছোৱালীকেইটাৰ দায়িত্ব লোৱাৰ প্ৰতিশ্ৰুতি দি খৃষ্টিনাই হেলমাৰ পৰিয়ালৰ বিৰুদ্ধে ক্ৰুগষ্ট্যাডক কোনো অভিযোগ নাৰাখিবলৈ ৰাজি কৰালে । কিন্তু এই সকলো চেষ্টাই ব্যৰ্থ হ'ল, নাচৰ পৰা উভতি আহি টৰভাল্‌ডে চিঠিৰ বাকচ খুলিলে, ক্ৰুগষ্ট্যাডৰ চিঠিখন হাতত পৰাৰ লগে লগে টৰভাল্‌ড খঙত জ্বলি উঠিল, নোৰাক মিছলীয়া, অপৰাধ-প্ৰৱণ, নাস্তিক, কৰ্তব্যবোধহীন আদি বিভিন্ন কথাৰে থকা-সৰকা কৰিয়ে তেওঁ ক্ষান্ত নহ'ল, আনকি তেওঁৰ দৰে মাতৃৰ লগত ল'ৰা-ছোৱালীহালক ডাঙৰ-দীঘল হ'বলৈকো দিব নোৱাৰি বুলি ক'লে । অৱশ্যে টৰভাল্‌ডে নোৰাক খুবেই ভাল পায়, সেয়েহে তেওঁ এই ঘৰত থাকিব পাৰিব যদিও স্বামী নাইবা ল'ৰা-ছোৱালীহালৰ লগত নোৰাই কোনো সম্পৰ্ক ৰাখিব নোৱাৰিব বুলি স্পষ্টভাৱে জনাই দিলে ।

ইতিমধ্যে ক্ৰুগষ্ট্যাডৰ পৰা আৰু এখন চিঠি আহিছে, তাত তেওঁ লিখিছে যে হেলমাৰ পৰিয়ালৰ বিৰুদ্ধে কোনো প্ৰতিশোধ স্পৃহা আৰু ক্ৰুগষ্ট্যাডৰ নাই । দ্বিতীয় চিঠিখন পাই টৰভাল্‌ডৰ মন সম্পূৰ্ণ সলনি হৈ গ'ল, নোৰাক মিছাতে টান কথা শুনোৱা বাবে তেওঁ অনুতপ্ত হৈ নোৰাৰ ওচৰত ক্ষমা খুজিলে । কিন্তু নোৰাই কথাবোৰ ইমান সহজভাৱে ল'ব নোৱাৰিলে । জীৱনত যেন প্ৰথমবাৰৰ বাবে তেওঁ অনুভৱ কৰিলে, তেওঁৰ স্বামী এজন নিষ্ঠুৰ, স্বাৰ্থপৰ মানুহ, এবাৰো তেওঁ নোৰাৰ কথা চিন্তা নকৰিলে, কি পৰিস্থিতিত নোৰাই সেই কাম কৰিবলগীয়া হৈছিল । গতিকে তেওঁ তেওঁৰ স্বামীক বুজাই দিবলৈ বিচাৰিলে যে তেওঁ এটা পুতলা নহয়, সমমৰ্যাদাবোধ নাথাকিলে স্বামী-স্ত্ৰীৰ সম্পৰ্ক তিষ্ঠি থাকিব নোৱাৰে । গতিকে নোৰাই এই ঘৰ এৰি স্বামী, পুত্ৰ কন্যা সকলোকে এৰি গুচি যাব । নোৰাৰ কথাবোৰ শুনি টৰভাল্‌ডে নিজৰ কাণকেই যে বিশ্বাস কৰিবলৈ টান পালে । আৰু যেতিয়াই নোৰাই সঁচাকৈয়ে এই ঘৰ এৰি যাবৰ বাবে এটা ছুটকেছত সামান্য কাপোৰ-কানি লৈ ওলাই আহিল, তেতিয়া তেওঁ নোৰাক এই ঘৰ এৰি নাযাবৰ বাবে বিভিন্ন যুক্তি দৰ্শাই অনুনয়-বিনয় কৰিবলৈ ধৰিলে । কিন্তু নোৰা তেওঁৰ যুক্তিত অটল, তেওঁৰ কথা হ'ল, তেওঁ এই ঘৰ এৰি যাব খুজিছে — এগৰাকী মৰ্যাদাসম্পন্ন নাৰী হিচাপে জীৱন-যাপন কৰিবৰ বাবে । তেওঁ গোটেই পৃথিৱীৰে পুৰুষ জাতিটোক বুজাই দিবলৈ বিচাৰে যে এগৰাকী ব্যক্তিত্বসম্পন্ন নাৰী প্ৰবঞ্চক, দাম্ভিক টৰভাল্‌ডৰ দৰে স্বামীৰ হাতত খেলাৰ পুতলা হৈ থাকিব নোখোজে । নোৰাই দৃঢ় পদক্ষেপেৰে আগবাঢ়িলে, পুতলা ঘৰৰ দুৱাৰখন পিছফালে সশব্দে বন্ধ কৰি ঘৰৰ বাহিৰ হৈ গ'ল ।

আৰম্ভণীৰ পৰা শেষলৈ নাটকৰ 'Precept' সূত্ৰ অনুসৰী নাটখনৰ বক্তব্যটো পোনপটীয়াকৈ প্ৰকাশ কৰা বাবে 'এ ডলছ হাউছ' নাটকখন পৃথিৱীৰ ।৬তৰতে সৰ্বকালৰ শ্ৰেষ্ঠ নাটক বুলি সমালোচকসকলে মানি লৈছে ।



## "ড° ফাউষ্ট"

ভগৱানৰ মহান সৃষ্টিৰ গুণকীৰ্তন কৰি আছে দেৱদূত তিনিজনে । এনেতে চয়তান মেফিষ্টোফিলিচে আহি জনালে যে তেওঁ পৃথিৱীৰ অৱস্থাৰ অৱনতি ঘটাহে দেখিবলৈ পাইছে । মানুহৰ দুৰ্বলতাৰ কথা নীৰৱে মানি ল'লেও ভগৱানে পাকে-প্ৰকাৰে এটা কথা পতিয়ন নিয়াবলৈ চেষ্টা কৰিলে, তেওঁৰ ভক্ত ফাউষ্ট এজন ন্যায়পৰায়ণ নিষ্ঠাবান ব্যক্তি আৰু সেই সৎপথৰ পৰা তেওঁক কোনেও আঁতৰাব নোৱাৰে । চয়তান ভগৱানৰ লগত একমত হ'ব নোৱাৰিলে, ফাউষ্টক তেওঁ পবিত্ৰ পথৰ পৰা আঁতৰাই অনাৰ প্ৰত্যাহ্বান জনালে । ফাউষ্টৰ মহান ব্যক্তিত্বৰ ওপৰত ভগৱানৰ সম্পূৰ্ণ বিশ্বাস আছিল, ফাউষ্টক নিম্নগামী কৰিবলৈ হলে তেওঁৰ বিবেকৰ ওপৰত আধিপত্য বিস্তাৰ কৰিব লাগিব, যিটো কোনো প্ৰকাৰেই সম্ভৱ নহয় । মহাজ্ঞানী ফাউষ্টৰ জ্ঞান পিপাসু অতৃপ্ত মনে আৰু কিবা এক অতিবাস্তৱ জগতৰ অন্বেষণত বিব্ৰত হৈ আছিল । মেফিষ্টোফিলিচে ফাউষ্টৰ এই মানসিক অৱস্থাৰ সময়তে তেওঁৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰাৰ সুযোগ বিচাৰিবলৈ ধৰিলে ।

অসীম জ্ঞানৰ অধিকাৰী হৈয়ো ফাউষ্টে মানুহৰ জীৱনৰ দুৰ্বলতাবোৰৰ কাৰণেই এই বিশাল মনোৰম পৃথিৱীত নিজৰ কোনো অস্তিত্ব বিচাৰি পোৱা নাছিল, জীৱনৰ তাৎপৰ্য বিচাৰি হাবাথুৰি খাইছিল । গতিকে তেওঁ তেওঁৰ আলধৰা ব্যক্তি এজনক লগত লৈ বিভিন্ন ঠাইত ঘূৰি ফুৰিবলৈ ধৰিলে । তেওঁ জীৱনৰ দুৰ্বোধ্য দাৰ্শনিক তথ্য লৈ মূৰ নঘমাই সহজ সৰল জীৱন যাপান কৰা লোকসকলৰ মাজত মুকলি পৰিবেশত মুক্তিৰ আনন্দ অনুভৱ কৰিলে আৰু সম্পূৰ্ণ নতুন দৃষ্টিভঙ্গীৰে চিন্তাৰ খোৰাক বিচাৰি পালে । ফাউষ্টে এই অন্বেষণৰ ফলস্বৰূপেই মানুহৰ দ্বৈত আত্মাৰ অস্তিত্বৰ সন্ধান পালে, যি এটি পাৰ্থিৱ বস্তুৰ লগত জড়িত আৰু আনটো অতীন্দ্ৰিয়মুখী । এই দ্বিতীয় স্তৰলৈ মানুহৰ ৰক্তমাংসৰ শৰীৰত আবদ্ধ হৈ থকা আত্মা যোৱাটো সম্ভৱ নহয় । জীৱনৰ প্ৰতি পদে পদে পোৱা বাধা-বিঘিনিৰ কথা চিন্তা কৰি ফাউষ্ট ভাগৰি পৰে । এই বিশাল সংসাৰত মানৱ জীৱনৰ অস্তিত্বৰ কোনো অৰ্থ বিচাৰি নাপাই নতুন জীৱনৰ সোৱাদ দিব

পৰা যিকোনো পৰিণতিকে মানি লবলৈ তেওঁ প্ৰস্তুত । মেফিষ্টোফিলিচে ফাউষ্টৰ মানসিক এই দোদুল্যমান অৱস্থাৰ কথা বুজিব পাৰিলে, আৰু তেওঁৰ মনত চয়তানৰ প্ৰভাৱ পেলোৱাৰ এয়াই সোণালী সুযোগ জানি কুকুৰৰ ছদ্মবেশ ধৰি ফাউষ্টৰ ঘৰ পালেহি । জ্ঞান পিপাসু ফাউষ্টে বাইবেলৰ এটা অধ্যায় পঢ়ি অনুভৱ কৰিলে যে জীৱন একেবাৰে অৰ্থহীন নহয়, মানুহে জীৱন উপভোগ কৰিবলৈ প্ৰয়োজনীয় বস্তুসমূহ উৎপাদন কৰোতে তেওঁৰ সৰ্বশক্তি প্ৰয়োগ কৰা উচিত । কিন্তু ফাউষ্টে ভাবে যে এয়াই জীৱন ধাৰণৰ শেষ মীমাংসা হ'ব নোৱাৰে, গতিকে তেওঁৰ মানসিক দ্বন্দ্ব আৰু অশান্তিৰ শেষ নহ'ল, চয়তানে সুযোগ বুজি আত্মপ্ৰকাশ কৰি তাৰ আপোন যুক্তিৰে ফাউষ্টক প্ৰভাৱান্বিত কৰাৰ চেষ্টা কৰিলে যদিও বিফল হ'ল । ফাউষ্টে মেফিষ্টোফিলিচৰ সকলো যুক্তি খণ্ডন কৰি ক'লে যে তেওঁ আশা হেৰুওৱা নাই, তেওঁৰ অন্বেষণৰো শেষ হোৱা নাই । ফাউষ্টে কথাখিনি পতিয়ন নিয়াবৰ চেষ্টা কৰিলেও তেওঁ নিজে ভালদৰে বুজিব পাৰিছে যে তেওঁৰ যুক্তিৰ সপক্ষে দিব পৰা কোনো স্পষ্ট প্ৰমাণ তেওঁৰ হাতত নাই । অৱশ্যে তেওঁ মেফিষ্টোফিলিচক এইটো পতিয়ন নিয়াব পাৰিছিল যে মানুহৰ জীৱনযাত্ৰা সম্পৰ্কে তেওঁৰ এই অন্বেষণ তেওঁ পৱিত্ৰ আৰু নিঃস্বাৰ্থভাৱেই কৰি আহিছে ।

মেফিষ্টোফিলিচে যুক্তি দৰ্শালে যে পাৰ্থিব ভোগ-বিলাসৰ মাজেৰেও শান্তিত জীৱন নিৰ্বাহ কৰিব পাৰি, চয়তানৰ যুক্তিত ফাউষ্ট প্ৰলোভিত নহ'ল, ক'লে — "পাৰ্থিব জীৱনৰ ক্ষন্তেকীয়া সুখ, শান্তি, ভোগ-বিলাস আৰু এলেহুৱা মুহূৰ্তৰ মাজেৰে আত্মাৰ চিৰশান্তি হ'ব নোৱাৰে । মোক্ষ লাভো সম্ভৱ নহয় । যি পাৰ্থিব দ্ৰব্য সম্ভাৰে মানুহক ভোগ-বিলাসী জীৱনৰ প্ৰতি প্ৰলোভিত কৰে, পোহৰ সন্ধানী ফাউষ্টে এই সকলো এৰাই চলিবলৈ বিচাৰে, গতিকে ফাউষ্টে চয়তানক জনাই দিলে যে মুখৰ চাকনৈয়াত প্ৰলোভিত হৈ তেওঁ তেওঁৰ জ্ঞানৰ অন্বেষণৰ কথা পাহৰি পেলায়, সেয়া হ'ব তেওঁৰ মৃত্যুৰ সমান ; চয়তানৰ হাতত তেওঁ পৰাজিত হোৱা বুলি মানি লব । মেফিষ্টোফিলিচে নানান প্ৰকাৰে ফাউষ্টক বিভ্ৰান্ত কৰাৰ চেষ্টা কৰি বাৰে বাৰে ব্যৰ্থ হয় । গতিকে ফাউষ্টক নাৰীৰ প্ৰেমৰ প্ৰতি আকৃষ্ট কৰাৰ মানসেৰে প্ৰথমে ডাইনীৰ ওচৰলৈ নি তেওঁৰ অতীত যৌৱন ওভতাই অনা হ'ল । তাৰ পিছত গ্ৰেচেন নামৰ সুন্দৰী কুমাৰী এজনীৰ লগত ফাউষ্টক পৰিচয় কৰাই দিলে । ফাউষ্টে কুমাৰীৰ কোনো ক্ষতি নকৰাৰ প্ৰতিশ্ৰুতি দি তেওঁৰ লগত এক পৱিত্ৰ সম্পৰ্ক গঢ়ি তুলিলে । মেফিষ্টোফিলিচে গ্ৰেচেনক বহু মণি-মুকুতা দি ক'লে যে এয়া ফাউষ্টৰ প্ৰেমৰ উপহাৰ । প্ৰেমৰ প্ৰতিদান হিচাপে গ্ৰেচেনে নিজকে ফাউষ্টৰ ওচৰত সমৰ্পণ কৰিলে । ফাউষ্টো লাহে লাহে কুমাৰীৰ ৰূপ আৰু প্ৰেমৰ প্ৰতি আকৃষ্ট হ'ল । গ্ৰেচেনৰ ককায়েকে তেওঁলোকৰ এই সম্বন্ধ সহজভাৱে ল'ব নোৱাৰিলে আৰু ভনীয়েকক বাৰে বাৰে সাৱধান কৰি দিলে যে সমাজে তেওঁলোকৰ এই সম্বন্ধ সহজভাৱে নল'ব । গ্ৰেচেনে অনিচ্ছা সত্বেও নিজকে ফাউষ্টৰ পৰা আঁতৰাই

ৰখাৰ চেষ্টা কৰিলে । ফাউষ্টে কুমাৰীৰ বিৰহত হিতাহিত জ্ঞান হেৰুৱাই গ্ৰেচেনৰ ককায়েকক হত্যা কৰিলে । লাহে লাহে গ্ৰেচেনে ককায়েকৰ মৃত্যুৰ বাবে নিজকে দোষী বুলি অনুভৱ কৰিলে । চয়তানে ফাউষ্টক আৰু বেছি তললৈ নিয়াৰ চেষ্টা চলালে, কিন্তু গ্ৰেচেনৰ সান্নিধ্যত ফাউষ্টৰ আত্মশুদ্ধি হ'ল আৰু মেফিষ্টোফিলিচৰ কবলৰ পৰা নিজকে মুক্ত কৰিলে । তেওঁ বুজিব পাৰিছিল যে কুমাৰীৰ প্ৰেমে তেওঁৰ জ্ঞানক্ষুধা পূৰণ কৰিব নোৱাৰে, গতিকে তেওঁ গ্ৰেচেনৰ ওচৰৰ পৰা আঁতৰি আহিল ।

মেফিষ্টোফিলিচে ফাউষ্টক সম্ৰাটৰ ওচৰলৈ লৈ আহিল । সম্ৰাটে ফাউষ্টক সৃষ্টিৰ সুন্দৰতম নাৰী আৰু পুৰুষ হেলেন আৰু প্যাৰিচক দেখুৱাবলৈ অনুৰোধ কৰিলে । ফাউষ্টে তেওঁলোকৰ ভাবমূৰ্তি নিৰ্মাণ কৰিলে, হেলেনৰ মোহিনীৰূপত মুগ্ধ হৈ তেওঁৰ সান্নিধ্যৰ বাবে ব্যাকুল হৈ উঠিল । কামনাৰ অগ্নিত দগ্ধ হৈ ফাউষ্ট মূৰ্চ্ছা গ'ল । মেফিষ্টোফিলিচৰ অৱশ্যে হেলেনৰ সৌন্দৰ্য্যৰ প্ৰতি ফাউষ্টৰ অনুৰাগৰ কাৰণ বুজি পোৱাৰ ক্ষমতা নাছিল । তথাপি চয়তান সহজে হাৰ মানিবলৈ প্ৰস্তুত নহয়, ভাগনাৰক কথাৰে ভুলাই তাৰ সহায়ত হমুনকুলাচ নামৰ জ্ঞানৰ এক অদেহী ভাবমূৰ্ত্তি সৃষ্টি কৰিলে । এই হমুনকুলাচৰ সহায়ত মেফিষ্টোফিলিচে ফাউষ্টৰ দুৰ্বোধ্য মনৰ ছবিটি বুজিবৰ চেষ্টা কৰিলে ।

আটায়ে গ্ৰীচ পালেহি । ইয়াতে মেফিষ্টোফিলিচে পুৰণি হেলেনৰ জীৱন্ত মোহময়ী ৰূপ ফাউষ্টক পুনৰবাৰ দৰ্শন কৰালে । ছলনাৰে চয়তানে ফাউষ্টক হেলেনৰ সংগ সুখ অনুভৱ কৰালে । ফাউষ্ট আপোনহাৰা হ'ল আৰু এনে লাগিল যেন তেওঁ এই সংগসুখৰ মাজেৰেই ওৰেটো জীৱন অতিবাহিত কৰিব । কিন্তু সেয়া ক্ষণস্থায়ী মাথোন, কিয়নো ফাউষ্টে জানে নাৰীৰ সৌন্দৰ্য্য— উপভোগৰ আনন্দ অন্যান্য অভিজ্ঞতাতকৈ দীৰ্ঘস্থায়ী হ'ব নোৱাৰে । ফাউষ্টৰ এই অনুভূতিয়ে লাহে লাহে তেওঁক চয়তান মেফিষ্টোফিলিচৰ কবলৰ পৰা মুক্ত কৰি আনিলে । সম্পূৰ্ণ এক নতুন অভিজ্ঞতা আৰু চিন্তাধাৰাৰে পুষ্ট হৈ ফাউষ্ট স্বদেশলৈ ঘূৰি আহিল, সকলো ৰহস্যময় যাদুশক্তিৰ কৰাল গ্ৰাসৰ পৰাও আজি তেওঁ মুক্ত । মানুহৰ নিত্যপ্ৰয়োজনীয় বস্তু প্ৰকৃতিৰ পৰা আহৰণ কৰাৰ বাবে তেওঁৰ যি চিন্তা আৰু একাগ্ৰতা সেই পথতে পুনৰ নিজকে নিয়োগ কৰিলে ফাউষ্টে । প্ৰচুৰ ৰ'দ, মুকলি বায়ু, প্ৰাকৃতিক সৌন্দৰ্য্যৰে ভৰা সাৰুৱা এক ভূখণ্ডত তেওঁ বসতি আৰম্ভ কৰিলে ।

বছৰ বাগৰিল । নিত্য নতুন চিন্তা ভাৱনাৰ যেন ওৰ পৰিল । ওৰে জীৱনৰ অন্বেষণৰ বিষাদ আৰু আনন্দৰে দিনবোৰ চমু হৈ আহিল । কিয়নো বৃদ্ধ ফাউষ্টে অনুভৱ কৰিলে, তেওঁৰ কল্পনাৰ সমাজখনে আজি বাস্তৱৰ ৰূপ লৈছে । মানুহে নিজৰ প্ৰয়োজনীয় বস্তু উৎপাদনত সক্ৰিয় হৈ পৰাৰ লগতে ভৱিষ্যতৰ বাবেও নিজেই চিন্তা-চৰ্চা কৰিবলৈ লৈছে । ফাউষ্টে ইয়াকো বুজিলে যে তেওঁ আজি অকলশৰীয়া নহয় । তেওঁ সৃষ্টি কৰা

নতুন মনোৰম সমাজখনৰে তেওঁ এটা অংগ মাথোন । নিজা বুলিবলৈ তেওঁৰ আৰু একো নাই, আত্মকেন্দ্রিক অহংভাবমুক্ত তেওঁৰ দেহ-মন, চিন্তা-চৰ্চা, সফলতা সকলো এই সমাজখনৰ অংশ, জীৱনৰ বাকী থকা সময়বোৰ এইদৰেই সমাজৰ অংশ হিচাপে অতিবাহিত কৰাৰ পৰম আনন্দ যেন দীৰ্ঘায়িত হয় তাকেই তেওঁ মনেপ্ৰাণে কামনা কৰিলে । কিন্তু যিমানেই নিঃস্বাৰ্থ নহওক কিয়, এই কামনাৰ মাজতেই বিলাস বহুল জীৱনৰ প্ৰত্যাশা অংকুৰিত হৈ থকা নাই জানো । গতিকে মেফিষ্টোফিলিচৰ লগত ফাউষ্ট হাৰি যায়, চয়তানে ফাউষ্টৰ বিবেকৰ দাবী কৰিলে । কিন্তু আচলতে ফাউষ্টে পৰাজিত হোৱা নাই, সৰ্বশক্তিমান ভগৱানে কৈছিল - ফাউষ্টে যদিও জীৱনত বহু ভুল কৰিছে, তথাপি তেওঁ কোনো মুহূৰ্ততে সত্যনিষ্ঠা আৰু মানুহৰ কল্যাণ চিন্তাৰ পৰা বিৰত হোৱা নাই, তদুপৰি নিজৰ দায়িত্ব সম্পৰ্কে তেওঁ সদা সচেতন । গতিকে তেওঁ মোক্ষ লাভ কৰাত কোনো বাধা থাকিব নোৱাৰে । স্বৰ্গপ্ৰাপ্তিত ফাউষ্টক সহায় কৰিবৰ বাবে চয়তান মেফিষ্টোফিলিচৰ বিৰুদ্ধে দেৱদূতসকল আগবাঢ়ি আহিল । ফাউষ্টে স্বৰ্গতো এক সক্ৰিয় সৃষ্টিৰ মাজেৰেই সময় অতিবাহিত কৰাৰ বাবে ব্ৰতী হ'ল ।

"সংসাৰত বাচি থাকিব লাগিব, পৰিপূৰ্ণ জীৱন যাপনৰ সাধনা কৰিব লাগিব ফাউষ্ট নাট্যকাব্যৰ স্ৰষ্টা গ্যেটেই কৈছিল । যোহান ভুলফ্‌গাঙ্গা ফন গ্যেটেৰ (জন্ম ১৭৪৯ মৃত্যু ১৮৩২) বিশ্বদৰ্শন দেশ নাইবা মানৱ জাতিৰ সকলো জটিলতা, সংঘাত আৰু বিৰোধৰ বিপৰীতে জীৱনৰ বাস্তৱ অভিজ্ঞতাৰ মাজেৰে সত্যৰ অন্বেষণ কৰা । সকলো বিপৰীত পাৰিপাৰ্শ্বিকতাৰ মাজতো সম্পূৰ্ণৰূপে বাচি থকাৰ সাধনা কৰা ।

'ফাউষ্ট' ১৭৯০ চনত প্ৰকাশ হোৱাৰ লগে লগে গ্যেটেই জাৰ্মান সাহিত্যৰ এজন অপ্ৰতিদ্বন্দ্বী লেখক হিচাপে প্ৰতিষ্ঠিত হোৱাৰ লগতে বিশ্ব সাহিত্যৰো এজন শ্ৰেষ্ঠশিল্পী হিচাপে স্বীকৃতি লাভ কৰিছিল । অৱশ্যে এই স্থান-কালৰ সৰ্বকালীন আৱেগময় কাহিনীটি আমি দেখা পুৰণি চলচ্চিত্ৰখনত অতি স্থূলৰূপত প্ৰকাশিত হৈছিল আৰু সৰ্বকালৰ এখনি শ্ৰেষ্ঠ নাটকৰ চলচ্চিত্ৰ ৰূপ আছিল অতি সাধাৰণ ।



# "ক্ৰাইম এণ্ড পানিচ্‌মেণ্ট"

ফিওডৰ মিখলাইভিচ ডষ্টয়েভস্কিৰ এই উপন্যাসৰ মনস্তাত্ত্বিক বাস্তৱতাৰ কাহিনীৰ সময় মধ্য ঊনবিংশ শতিকাৰ ৰাছিয়া। হলিউদ, ইটালী, ভাৰত আৰু ৰাছিয়াত এই কাহিনীৰ আধাৰত বহু চলচ্চিত্ৰ নিৰ্মিত হৈছে। হিন্দীত নিৰ্মাণ কৰা ভাৰতীয় ছবিখনৰ নাম আছিল 'ফিৰ সুবহ হোগী', ছবিখনৰ নায়ক আছিল ৰাজকাপুৰ। আমি ৰাছিয়াত নিৰ্মিত ছবিখনৰ কাহিনীটোহে ইয়াত বৰ্ণনা কৰিম।

চেইণ্ট পিটাৰ্চবাৰ্গ। আইনৰ ছাত্ৰ ৰোদিয়ান ৰাচকল্‌নিকভ দুখীয়া ঘৰৰ ল'ৰা, তেওঁৰ মতে নিখুতভাবে অপৰাধ কৰি দোষীজনে আইনৰ চকুত ফাঁকি দিব পাৰে। বন্ধক ৰাখি সুতত টকা ঘাৰলৈ দিয়া বুঢ়ী আৰু তেওঁৰ সতীয়া ভনীয়েকক হত্যা কৰিবলৈ বাধ্য হ'ল ৰাচকল্‌নিকভে। বুঢ়ীৰ ঘৰৰ পৰা অনা ধন আৰু মনী-মুকুতাখিনি বাগিছাত লুকুৱাই থৈ নিজৰ কোঠালৈ আহি তেওঁ পুলিচৰ চমন এখন পালে। ভোক-পিয়াহ আৰু মানসিকভাবে দুৰ্বল ৰাচ পুলিচৰ আগত স্বীকাৰোক্তিৰ বাবে সাজু হৈ থানা পালেগৈ। কিন্তু থানাতগৈ জানিব পাৰিলে যে পুলিচে তেওঁক মাতি পঠিয়াইছে ঘৰ ভাড়া নিদিয়া বাবে ঘৰৰ মালিকৰ অভিযোগ মৰ্মেহে। কথাটো জনাৰ লগে লগে মুক্তিৰ আনন্দত জ্ঞান হেৰুৱাই পেলালে ৰাচে। জ্ঞান ফিৰি অহাত পুলিচে তেওঁক জেৰা কৰে, জেৰাত তেওঁৰ উত্তৰবোৰে পুলিচৰ মনত সন্দেহ জন্মালে।

ঘৰলৈ ফিৰি আহি মানসিক উত্তেজনা আৰু জ্বৰত চৈতন্য হেৰুৱাই চাৰিদিন বিছনাতে পৰি থাকিল। ৰাচৰ ভনী দুনিয়াক বিয়া কৰাব খোজে জমিদাৰ পুত্ৰ লুজহিনে আৰু দুখীয়া ককায়েকৰ পঢ়া টকাৰ ব্যৱস্থা কৰাৰ বাবেই দুনিয়াই এই বিয়াত সন্মতি জনাইছে। ৰাচৰ এই বিয়াত মত নাছিল, লুজহিন এই সময়তে চেইণ্টপিটাৰ্চবাৰ্গলৈ আহে আৰু ৰাচক দেখা কৰে। কিন্তু দুয়ো দুয়োৰো প্ৰতি ঘৃণা প্ৰকাশ কৰাত বাহিৰে বিশেষ কোনো কথা নহ'ল। ৰাচ পুনৰ মানসিক অশান্তিত ভুগিব ধৰিলে।

ৰাচ এক নীচাগ্ৰস্তৰ দৰে ঘৰৰ বাহিৰ হৈ যায় আৰু বাতৰি কাকতৰ ষ্টলবোৰত খুন হত্যাকাণ্ডৰ বাতৰি পঢ়ি, অপৰাধ আৰু অসুস্থ মনৰ চৰম উত্তেজনাত প্ৰলাপ বকিবলৈ

আৰম্ভ কৰিলে, আনহাতে তেওঁৰ অজান্তেই পুলিচৰ এজন গুপ্ত অনুসন্ধানকাৰীয়ে ৰাচৰ গতিবিধি লক্ষ্য কৰি যাব ধৰিলে । ৰাচে প্ৰায়ে কয় তেওঁ নিজেই সেই হত্যাকাৰীজন হ'ব পাৰে, অৱশ্যে এই কথাই তেওঁৰ বিৰুদ্ধে কোনো প্ৰমাণ নকৰে তথাপি পুলিচৰ সন্দেহ ঘনীভূত হ'বলৈ এয়াই যথেষ্ট আছিল ।

চং ৰৰ বস্তি অঞ্চলৰ এক আত্মহত্যাৰ ঘটনাই ৰাচৰ মনত প্ৰভাৱ পেলালে, তেওঁ গৈ পুলিচত আত্মসমৰ্পণ কৰাৰ কথা ভাবিলে । কিন্তু হঠাৎ তেওঁৰ বন্ধু মাৰমেলাডভৰ হঠাৎ গাড়ী এক্সিডেণ্টত মৃত্যু হোৱাত তেওঁ তেওঁৰ সিদ্ধান্তৰ সলনি কৰিলে । ঘৰৰ পৰা পোৱা সামান্য টকাখিনি নি তেওঁ কেৰানী বন্ধুৰ বিধবা পত্নীক দি দিয়ে । আনহাতে ৰাচৰ বন্ধু মহলেও দুই মহিলাৰ হত্যাকাৰী বুলি ৰাচকে সন্দেহ কৰা বুলি বুজি পালে । ঘৰলৈ ফিৰি আহি দেখে ৰাচকল্‌নিকভৰ মাক আৰু ভনীয়েক গাঁওৰ ঘৰৰ পৰা আহি তেওঁলৈ বৈ আছে । ৰাচ আচৰিত হ'ল, তেওঁলোকে যাতে তেওঁৰ গতিবিধি লক্ষ্য কৰিব নোৱাৰে বা তেওঁৰ মানসিক অশান্তিৰ কথা বুজিব নোৱাৰে সেয়ে তেওঁ মাক আৰু ভনীয়েকক নি তেওঁৰ উকীল বন্ধু ৰাজুমিহিনৰ ঘৰত ৰখাৰ ব্যৱস্থা কৰিলে । দুনিয়াক দেখামাত্ৰেই ৰাজুমিহিন তাইৰ প্ৰতি আকৃষ্ট হ'ল ।

হত্যাতদন্তৰ ভাৰপ্ৰাপ্ত বিষয়া পৰফিৰিৰ লগত হোৱা এক সাক্ষাৎকাৰত তেওঁৰ ব্যঙ্গাত্মক প্ৰশ্নবাণত ক্ষত-বিক্ষত ৰাচে বুজি পালে যে বুঢ়ী আৰু ভনীয়েকৰ হত্যাৰ বাবে তেওঁকে সন্দেহ কৰা হৈছে । তেওঁ নিজে এক ব্যাখ্যা উলিয়ালে যে প্ৰতিভাবান লোকে নিজস্ব কৰ্মফলৰ বাবে যিকোনো উপায় উলিয়াই লব পাৰে আৰু ৰাচে নিজকে এজন প্ৰতিভাবান লোক বুলিয়ে ভাবে ।

লুজহিন এটা মূৰ্খ, গৰ্বী আৰু সেইকাৰণেই ৰাচে তাৰ লগত ভনীয়েকৰ বিয়া হোৱাটো নিবিচাৰে বুলি মাকক বুজাই দিলে । আনাহতে দুনিয়ায়ো ইতিমধ্যে ৰাজুমিহিনৰ প্ৰেমত পৰিছে, ৰাজুমিহিনৰ হৃদয়ো তাই জয় কৰিছে ।

এইখিনি সময়তে চিদ্ৰিগাইনভ নামৰ লোকজন আহি ৰাচক লগ ধৰিলে । এসময়ত দুনিয়াই তেওঁলোকৰ ঘৰত গভৰ্নেচৰ কাম কৰিছিল, চিদ্ৰিগাইলভৰ ঘৈণীয়েকে দুনিয়াক বহু কষ্ট দিছিল বাবে আৰু বৰ্তমান তেওঁ যিহেতু মৃত, চিদ্ৰিগাইভে পাপৰ প্ৰায়চিত্ত কৰিবৰ বাবেই কিছু টকা দিব খোজে, ৰাচে কোনো আপত্তি নকৰিলে । ৰাজুমিহিনে তেওঁৰ অৱস্থাপন্ন খুড়াকৰ সহায়ত দুনিয়াৰ লগ লাগি এটা কিতাপ প্ৰকাশ প্ৰতিষ্ঠান খুলিলে । তেওঁলোকে ৰাচকো তেওঁলোকৰ লগ লাগিবলৈ ক'লে, কিন্তু পৰিস্থিতি আৰু অশান্ত মনৰ ৰাচকল্‌নিকভ অসন্মত হ'ল । বৰং তেওঁ তেওঁৰ বন্ধু ৰাজুমিহিন, মাক আৰু ভনীয়েক দুনিয়াৰ পৰা বিদায় ললে আৰু ভৱিষ্যতে তেওঁৰ লগত যোগাযোগ নাৰাখিবলৈ অনুৰোধ কৰিলে ।

ৰাচে এতিয়া মৃত মাৰমেলাডভৰ ছোৱালী চোনিয়াৰ তালৈ অহা-যোৱা কৰিব

ধৰিলে । চোনিয়া এজনী বেশ্যা, তাইৰ ঘৰত এখন বাইবেল আছিল, ৰাচ আৰু চোনিয়াই সেই বাইবেলখন অধ্যয়ন কৰিব ধৰিলে । চোনিয়াৰ সান্নিধ্যই ৰাচক খুবেই প্ৰভাৱিত কৰিলে আৰু সমবেদনা জনাই ৰাচে চোনিয়াক ক'লে যে এদিন তেওঁ তাইক ক'ব কোনে সেই বুঢ়ী আৰু তাইৰ সতীয়া ভনীয়েকক হত্যা কৰিছে । চোনিয়াৰ কাষৰ ঘৰতে নতুনকৈ ভাড়া লৈ আছেহি চিদ্ৰিগাইলভ, তেওঁ বেৰৰ সিপাৰৰ পৰা ৰাচ আৰু চোনিয়াৰ কথাবোৰ শুনি থাকে ।

ৰাচে মানসিক ভাৰসাম্য প্ৰায় হেৰুৱাই পেলাইছে, মানসিক কষ্টৰ পৰা পৰিত্ৰাণ পাবৰ বাবে চোনিয়াই তেওঁক পুলিচ প্ৰধান পৰফিৰিৰ তালৈ যাবলৈ ক'লে । কিন্তু পৰফিৰিৰ লগত তেওঁ বিভিন্ন কথা পাতিলে যদিও আচল কথা ব্যাক্ত কৰিব নোৱাৰিলে। বিবেক আৰু নিৰাপত্তাৰ দ্বন্দ্বই ৰাচকল্‌নিকভক মানসিকভাৱে আৰু বেছি অস্থিৰহে কৰি তুলিলে । আৰু এদিন চোনিয়াৰ ওচৰত ৰাচে স্বীকাৰ কৰিলে যে সেই দুই ভদ্ৰমহিলাক হত্যা কৰি তেওঁ নিজৰ জীৱনটোও ধ্বংস পথলৈ নমাই আনিছে । চিদ্ৰিগাইলভে ৰাচক লগ ধৰি ক'লে যে ৰাচৰ স্বীকাৰোক্তি তেওঁ শুনিছে । ৰাচে পোনে পোনে গৈ পৰফিৰিৰ ওচৰত সকলো কথা ব্যক্ত কৰিলে । পৰফিৰিয়ে ৰাচকল্‌নিকভক আশ্বাস দিলে যে তেওঁ যিহেতু নিজৰ দোষ স্বীকাৰ কৰিছে, সাময়িক মনোবিকাৰৰ অজুহাতত তেওঁৰ শাস্তি লাঘৱ কৰাৰ চেষ্টা কৰিব ।

নিজৰ স্বীকাৰোক্তিৰ বাবেই ৰাচকল্‌নিকভক মৃত্যুদণ্ড দিয়া নহ'ল । আঠবছৰ সশ্ৰম কাৰাদণ্ড বিহি চাইবেৰিয়াৰ বন্দী নিবাসলৈ পঠিওৱা হ'ল । চোনিয়াই ৰাচক অনুসৰণ কৰি চাইবেৰিয়া পালেহি আৰু বন্দী নিবাসৰ কাষতে থাকিবলৈ ললে । ৰাচ আৰু সকলো বন্দীৰ লগত সৎ ব্যৱহাৰৰ কাৰনে চোনিয়া সকলোৰ মৰমৰ মাজনী ; চোনিয়াৰ ভালপোৱাৰ বাবেই ৰাচকল্‌নিকভৰ যেন পুনৰজন্ম হ'ল ।

উপন্যাসখনৰ কাহিনীৰ জটিলতা যেন চলচ্চিত্ৰখনত বহুগুণে শিথিল কৰা হৈছে, তথাপি কাহিনীৰ মূল ভাবটো অক্ষুণ্ণ ৰাখিব পাৰিছে পৰিচালকে, পৰিচালকক সহায় কৰিছে মুখ্য অভিনেতাজনৰ মুক অভিনয়ৰ সুদূৰ প্ৰসাৰী প্ৰকাশে । অপৰাধত লিপ্ত হলে মানুহে তাৰ ব্যক্তিগত যন্ত্ৰণাৰে মূল্য পৰিশোধ কৰিব লাগিবই, ডষ্টয়েভস্কিৰ এই মূল বক্তব্য চলচ্চিত্ৰখনত আদিৰ পৰা অন্তলৈকে সুন্দৰভাৱে প্ৰকাশ কৰা হৈছে । আমাৰ ভ্ৰাম্যমানত ইয়াৰ নাট্যৰূপ দিব পাৰি, কিয়নো চলচ্চিত্ৰত বৰ্ণোৱাতকৈও আৰু বহু নাটকীয় মূহূৰ্ত মূল উপন্যাসখনত আছে ।



# ইণ্ডিপেণ্ডেণ্ট পিপুল

১৯৫৫ খ্ৰীষ্টাব্দত ন'বেল বঁটা বিজয়ী হ্যালডোৰ কিলয়ান ল্যাক্সনেছৰ সৰ্বাধিক জনপ্ৰিয় উপন্যাস 'ইণ্ডেপেণ্ডেণ্ট পিপ্‌ল' । এই উপন্যাসৰ ওপৰত নিৰ্মিত ছবিখনো সমানেই জনপ্ৰিয় । ছবিৰ গল্পটো কোৱাৰ আগেয়ে আমি এইখিনিতে এই বিশ্ববিখ্যাত লেখকজনৰ বিষয়ে কিছু কথা কোৱাৰ লোভ সামৰিব নোৱাৰিলো ।একাধাৰে পিয়ানো বাদক, দেশভ্ৰমণ আৰু ভাৰতীয় দৰ্শনৰ প্ৰতি গভীৰভাবে অনুৰাগী ল্যাক্সনেছৰ জন্ম ১৯০২ চনত স্কেণ্ডিনেভিয়াৰ কোনো এখন অখ্যাত গাঁৱত । উপন্যাসৰ ক্ষেত্ৰত তেওঁ স্কেণ্ডিনেভিয়াৰ কথা সাহিত্যৰ নব্যৰীতিৰ স্ৰষ্টা হিচাপে পৰিচিত । তীক্ষ্ণধাৰ ভাষা, প্ৰতীকৰ ব্যৱহাৰ আৰু ব্যংগাত্মক ঢং ল্যাক্সনেছৰ ৰচনাৰীতিৰ বৈশিষ্ট্য । নিৰ্লিপ্ত ভংগীত সজোৱা তেওঁৰ কাহিনীত পোৱা যায় জীৱনৰ প্ৰতি তীব্ৰ আসক্তি আৰু প্ৰতীকৰ মাজত বাস্তৱৰ বলিষ্ঠ প্ৰকাশ । এই সকলোবোৰ গুণৰ বাবেই তেওঁক হেমিংৱেৰ সমগোত্ৰীয় বুলি ক'ব পাৰি । গল্প , নাটক, প্ৰবন্ধ, কবিতা আদি সাহিত্যৰ সকলোবোৰ দিশতে তেওঁ সিদ্ধহস্ত । তথাপি ল্যাক্সনেছ প্ৰধানতঃ এজন ঔপন্যাসিকহে ।

ল্যাক্সনেছৰ কৰ্মৰাজিৰ ভিতৰত আটাইতকৈ জনপ্ৰিয় উপন্যাস 'ইণ্ডিপেণ্ডেণ্ট পিপ্‌ল'ৰ ঘটনা বিংশ শতিকাৰ আৰম্ভণিত আইচলেণ্ডৰ সামাজিক পটভূমিত ৰচিত । ১৯৫৬ চনৰ ভিতৰত এই উপন্যাসখনৰ প্ৰায় ৫০ লাখৰো অধিক কপি বিক্ৰী হৈছে অকল আমেৰিকাতে ।ৰাছিয়া, বৃটেইন আৰু পৃথিৱীৰ অন্যান্য দেশতো ইয়াৰ জনপ্ৰিয়তা আজিও অক্ষুণ্ণ । মহাকাব্যৰ মৰ্য্যদা লাভ কৰিছে এই উপন্যাসখনে । আইচলেণ্ডৰ ৰুক্ষপ্ৰকৃতি আৰু খাটিখোৱা মানুহৰ কঠিন জীৱন যাত্ৰাৰ কাহিনী প্ৰতিফলিত হৈছে এই উপন্যাসখনত ।সাধাৰণ এই মানুহখিনি যেন ভাগ্যৰ হাতত বাৰে বাৰে প্ৰতাৰিত হৈছে, অথচ তেওঁলোকে কোনোদিনে বহু কিবাকিবি আশা নকৰে, মাথোন এমুঠি ভাত, বিশ্ৰামৰ বাবে এটি ঘৰ আৰু কাম কৰাৰ বাবে এখন পথাৰ বিচাৰে, স্বাধীনভাৱে জীয়াই থাকিবলৈ বিচাৰে ।

ছবিৰ নায়ক বিয়াৰ্তুৰে দিন-ৰাতি একাকাৰ কৰি খাটি মৰিছে ক্ৰীতদাসৰ দৰে

আৰু সপোন দেখিছে কোনো উপায়ে আজন্ম দাৰিদ্ৰৰ পৰা উদ্ধাৰ পাবলৈ । তেওঁৰ স্বাধীনতা স্পৃহা ইমানেই গাঢ় যে জমিদাৰৰ ঘৰত ওঠৰ বছৰ ধৰি দিন মজুৰিৰ কাম কৰি, গোটেই দিনটো হাড়ভঙা পৰিশ্ৰম কৰি দিনান্তত সপোন দেখে ভৱিষ্যতে তেওঁ এডোখৰ মাটিৰ মালিক হ'ব, তেওঁৰ নিজা এখন ঘৰ হ'ব । অৱশেষত এদিন তেওঁ যৎসামান্য সঞ্চিত ধন জমিদাৰৰ নায়েবক দি পথাৰৰ মাজৰ 'উইন্টাৰ হাউচ' নামৰ ঘৰটো নিজৰ কৰিব বিচাৰিলে । পৰিত্যক্ত ঘৰটো নায়েবে বিয়াৰ্তুৰক দিলে আৰু বাকী ধনখিনি মাহে মাহে দিয়াৰ পিছতহে ঘৰটো তেওঁৰ নামত লিখি দিয়াৰ প্ৰতিশ্ৰুতি দিলে । 'উইন্টাৰ হাউচ' নামটো বিয়াৰ্তুৰৰ পছন্দ নহ'ল, শীতৰ দুৰ্যোগপূৰ্ণ দিনবোৰৰ দৰেই সেমেকা, সেয়েহে তেওঁ ঘৰটোৰ নাম ৰাখিলে 'ছামাৰ হাউছ' গ্ৰীষ্ম ভৱন । গৰু নাইবা ভেড়াৰ গোহালিৰ দৰে হ'লেও বিয়াৰ্তুৰৰ মনত আনন্দ — মূৰ গুজিবলৈ ঠাই অকণমান পোৱা গৈছে । ঘৰটো পৰিষ্কাৰ কৰি ল'লে তেওঁ, তলত গোহালি, ওপৰত তেওঁৰ থকা ঘৰ । অলপতে সন্তুষ্ট তেওঁ । এটা দুটাকৈ ভেড়াৰ পাল এটা যোগাৰ কৰিলে । দিনৰ দিনটো নিজৰ মাটি, ঘৰ আৰু ইয়াৰ চৌদিশত কষ্ট কৰি খেতি সমাবো লগালে । জনমানৱহীন ঠাইখন, হয়তো বহু কষ্ট কৰিব লাগিব, বিশেষকৈ এই প্ৰচণ্ড শীতৰ ৰাজ্যত অশেষ কষ্ট কৰিব লাগিব । তথাপি তাৰ মনত আনন্দ । সি যে স্বাধীন, নিজা এই ঘৰ-মাটি । এবাৰ স্বাধীন হৈছে যেতিয়া হাড়ভঙা পৰিশ্ৰম কৰি হলেও তেওঁ নিজৰ স্বাধীনতা ৰক্ষা কৰিব লাগিব । ভেড়া পালন কৰি, ভৱিষ্যতে সকলো ধাৰ মাৰি সম্পদশালী হ'ব, এদিন বিয়াৰ্তুৰ আৰু তেওঁৰ এখন নিজা সংসাৰ হ'ব । স্ত্ৰী, ল'ৰা-ছোৱালীৰে ঘৰ ভৰি পৰিব । কিমান যে সপোন এই স্বাধীনতাপ্ৰেমী আজীৱন ক্ৰীত দাসৰ দৰে কাম কৰি মুক্তি পোৱা মানুহজনৰ ।

নায়েবৰ ঘৰত কাম কৰা চাবিশ বছৰ বয়সীয়া ৰোজাৰ চকু এটা কেৰা, চুটি চাপৰ, অসীম শক্তিশালিনী গাভৰু গৰাকীকে বিয়াৰ্তুৰে বাছি ল'লে তেওঁৰ স্ত্ৰী হিচাপে । কিন্তু খুব কম দিনৰ ভিতৰতে তেওঁৰ সপোন ভংগ হ'ল । ৰোজা তেওঁ ভবাৰ দৰে সহজ সৰল সুগৃহিণী হোৱাৰ যোগ্যতাসম্পন্ন মুঠেই নহয় । তদুপৰি তাই অন্তঃসত্ত্বা, নায়েব পুত্ৰ ইঙ্গলফুৰ লগত অবৈধ মিলনৰ এয়া ফল ।

বিয়াৰ কিছুদিন পিছতে বিয়াৰ্তুৰে ভেড়াৰ পালটো লৈ চৰণীয়া পথাৰলৈ গ'ল । অতিপাত শীত, চাৰিওপিনে বৰফ পৰিছে । উত্তৰৰ এই হাড় কঁপোৱা শীতত যেন আত্মাও সংকুচিত হৈছে বিয়াৰ্তুৰৰ । এদিন নাতিদূৰত হাবিৰ মাজত বন্য হৰিণ এটা দেখিবলৈ পালে তেওঁ । হৰিণটো ধৰিবৰ বাবে তাৰ পিঠিত জঁপিয়াই উঠিল বিয়াৰ্তুৰ । আনহাতে, অসীম শক্তিশালী হৰিণটোৱে তেওঁক পিঠিত লৈয়ে ইফালে সিফালে দৌৰাদৌৰি কৰি হঠাৎ জঁপিয়াই পৰিল এখন নদীত । জীৱন বচাবৰ বাবেই নৈখন সাঁতুৰি পাৰ হৈ সিপাৰে আশ্ৰয় ল'লেহি এটি পৰিত্যক্ত ঘৰত । অতিপাত শীতৰ যন্ত্ৰণা

ভুগি কিছুদিনৰ পিছত যেতিয়া বিয়াৰ্তুৰ তেওঁৰ নিজৰ ঘৰ পালেহি সেইদিনাই কন্যা সন্তান এটি জন্ম দি ৰোজাৰ মৃত্যু হৈছে । বিয়াৰ্তুৰে কন্যা সন্তানটিৰ নাম ৰাখিলে আষ্টা ছিলিচিয়া, মানে স্বাধীনা । নবজাত শিশুটিক চোৱাচিতা কৰিবৰ বাবে নায়েবৰ পৰিবাৰে ফিনা আৰু তাইৰ মাকক বিয়াৰ্তুৰৰ ওচৰলৈ পঠিয়াই দিয়ে । আষ্টাক ডাঙৰ-দীঘল কৰিবৰ বাবে বিয়াৰ্তুৰে ফিনাক বিয়া কৰালে । ফিনাৰ বয়স তেতিয়া চল্লিছ বছৰ ।

প্ৰতিবছৰে ফিন্নাই একোটি মৃত সন্তানৰ জন্ম দিয়ে । শেষত হেলগি, গোয়েন্দুৰ আৰু নেন্নিৰ জন্মৰ পিছত জণ্ডিচ ৰোগত ভুগি ভুগি মৰিল । বিয়াৰ্তুৰৰ ঘৰ এতিয়া পৰিপূৰ্ণ, ল'ৰা-ছোৱালীৰ শৌচ-প্ৰস্ৰাৱ আৰু বমিৰে লেতেৰা হ'লেও বিয়াৰ্তুৰৰ ঘৰ এতিয়া ঋণমুক্ত । আজি তেওঁ সঁচাকৈয়ে স্বাধীন ।

কিছুদিন হ'ল দক্ষিণৰ পৰা চিকাৰী এজনে আহি বিয়াৰ্তুৰৰ ঘৰৰ ওচৰতে তেওঁৰ অনুমতি লৈ তম্বু তৰি থাকিবলৈ লৈছে । চিকাৰী ডেকাজন আষ্টাৰ বাবে বিশেষ আকৰ্ষণৰ বস্তু । দেখাত ধুনীয়া নহ'লেও গাঁৱলীয়া স্বভাৱৰ আষ্টাৰ যৌৱন উপচি পৰা আটিল দেহ যিকোনো পুৰুষকে আকৰ্ষণ কৰিব পৰা বিধৰ । কিন্তু নবাগতজনৰ তম্বুৰ চৌদিশে দিনে-ৰাতিয়ে ঘূৰি-ফুঁৰিও আষ্টাই তেওঁৰ মন জয় কৰিব নোৱৰিলে । তাৰ কাৰণ অৱশ্যে কেইদিনমান যোৱাৰ পিছত বুজিব পৰা গ'ল যেতিয়া চিকাৰীজনে নায়েবৰ গাৰ্ডৰ জীয়েকক লৈ অন্তৰ্ধান হ'ল ।

বিয়াৰ্তুৰে বসন্তকালত গাঁৱলৈ উভতি আহি দেখে হেলগিৰ অপমৃত্যু হৈছে । আষ্টাই এতিয়া বিয়াৰ্তুৰক চম্ভালি লৈছে । বিয়াৰ্তুৰে তাইৰ দৈনন্দিন আমনি লগা জীৱনলৈ বৈচিত্ৰ্য আনিবৰ বাবে সকলো ধৰণৰ চেষ্টা কৰে । স্কুললৈ নপঠিয়ালেও ঘৰতেই তাইক লিখা-পঢ়া শিকায়, আইচলেণ্ডৰ লোক কথা শুনাই তাইৰ মন উৎফুল্লিত কৰি ৰখাৰ চেষ্টা কৰে ।

ঘিউ, পনিৰ আৰু ভেড়াৰ নোমৰ বিনিময়ত দৈনন্দিন প্ৰয়োজনীয় সামগ্ৰী কিনিবৰ বাবে বছৰি এবাৰ বা দুবাৰ বিয়াৰ্তুৰ চহৰলৈ যায় । এবাৰ বিয়াৰ্তুৰৰ লগত আষ্টাও গ'ল চহৰলৈ । বজাৰ-সমাৰ শেষ কৰি দুয়ো ৰাতিটো কটাবৰ বাবে হোটেলৰ কোঠা এটা ভাড়া ল'লে । পইচা বচাবৰ বাবে তেওঁলোকে এজনীয়া কোঠা এটাতে থাকিবলৈ ঠিক কৰিলে । চহৰলৈ অহাৰ পৰা আষ্টা অশান্তিত ভুগিছে । তাইৰ গাঁৱলীয়া সাজ-পোছাক দেখি চহৰৰ মানুহবোৰে তাইৰ পিনে ঘূৰি ঘূৰি চাইছে, হাঁহিছে । তদুপৰি ৰাতি হোটেলত মদপীবোৰৰ চিঞৰ বাখৰত তাই ভয় খালে । তাই বিয়াৰ্তুৰক সাবটি ধৰিলে । প্ৰথমতে, বিয়াৰ্তুৰে এজনী ভীত ছোৱালীয়ে সতীয়া দেউতাকৰ ওচৰত সাহায্য বিচৰা বুলি ভাবিয়ে আষ্টাক সাবটি ধৰিলে । মূৰে-কপালে হাত বুলাই অভয় দিয়াৰ চেষ্টা কৰিলে । কিন্তু আষ্টাৰ ব্যৱহাৰত বিয়াৰ্তুৰ চমকি উঠিল । নিজৰ সন্তান নহ'লেও আষ্টা, তেওঁৰ নিজৰ জীয়ৰীৰ দৰে, অথচ তাই তেওঁৰ গালে-মুখে চুমা খাই তেওঁৰ লগত দৈহিক সম্বন্ধ

বিচাৰি উন্মাদ হ'ল । বিয়ার্তুৰে বিছনাৰ পৰা উঠি খিড়িকীৰ কাষত থিয় হ'ল, কিন্তু তাতো তেওঁ আষ্টাৰ পৰা নিস্তাৰ নাপালে । বাহিৰত তেতিয়া ধাৰাসাৰ বৰষুণ চলি আছে ।

দুৰ্ভাগ্য কেতিয়াও অকলে নাহে । বিয়ার্তুৰৰ জীৱন -ধাৰণৰ একমাত্র সম্বল ভেড়াৰ পালটোৰ আধাতকৈও বেছি মহামাৰীত নিঃশেষ হৈ গ'ল । সকলোৱে অৱশ্যে 'ছামাৰ হাউছ'ৰ দুষ্টগ্রহ ডাইনী বুঢ়ীকে দোষ দিলে । ভাগ্যৰ পৰিহাসৰ বাবেই বিয়ার্তুৰে ফিন্নাৰ মাক ডাইনী বুঢ়ীৰ হাততে ল'ৰা-ছোৱালীকেইটিক ৰাখি চহৰত কাম কৰিবলৈ আহিল । গোটেই শীতকাল তেওঁ চহৰত কাম কৰিলে ।

গাঁৱলৈ অহা নতুন শিক্ষকজনৰ লগত আষ্টাই সম্বন্ধ গঢ়ি তুলিলে । অতিপাত মদ খাই দুয়ো যৌৱন উপভোগ কৰিলে । আষ্টা গৰ্ভৱতী হ'ল, বিয়ার্তুৰে বসন্তকালত গাঁৱলৈ উভতি আহি কথাটো জানিবলৈ পাই তাইক ঘৰৰ পৰা বাহিৰ কৰি দিলে । আষ্টাই প্রেমিকৰ ওপৰত ভৰসা কৰিয়ে সানন্দে ঘৰৰ বাহিৰ হৈ গ'ল । কিন্তু তাইৰ ভুল ভাগিল তেতিয়া, যেতিয়া তাই দেখিলে যে মাষ্টৰে কোৱাৰ দৰে চহৰৰ ঘৰটো পকী দালান নহয় । সাধাৰণ বস্তিৰ মাজৰ খেৰী ঘৰ এটাহে আৰু তেওঁ অবিবাহিতও নহয়, এপাল ল'ৰা-ছোৱালীৰে মাষ্টৰৰ এজনী ঘৈণীও আছে ।

যুদ্ধ আৰম্ভ হোৱাৰ আগেয়ে নেন্নি আমেৰিকালৈ গুচি গ'ল । শাহুৱেক ডাইনী বুঢ়ী, বিয়ার্তুৰ আৰু দ্বিতীয় ল'ৰা গোয়েন্দুৰ ৰৈ গ'ল গাঁৱৰ ঘৰটোত । যুদ্ধৰ বাবে ভেড়াৰ দাম বাঢ়িছে । বিয়ার্তুৰৰ অৱস্থা লাহে লাহে ভালৰ পিনে আহিবলৈ ধৰিলে । দুটা ভেড়াও কিনিছে তেওঁ । ইঙ্গলফুৰ নেতৃত্বত যি সমবায় আন্দোলন গঢ়ি উঠিছে তাত বিয়ার্তুৰে যোগ নিদিলে । দুৰ্দিনত মহাজনসকলে তেওঁক সহায় কৰিছিল বাবেই বিয়ার্তুৰে তেওঁলোকক এৰি সমবায় আন্দোলনত যোগ নিদিলে ।

আমেৰিকাৰ পৰা নেন্নিয়ে দুশ ডলাৰ পঠিয়াইছে গোয়েন্দুৰৰ বাবে আমেৰিকালৈ যোৱাৰ বাট খৰচ হিচাপে । বিয়ার্তুৰে ভাবিবই নোৱাৰে গোয়েন্দুৰ আমেৰিকালৈ গুচি যাব । শেষত গোয়েন্দুৰক অনুমতি দিব বাধ্য হ'ল তেওঁ । সকলো যা-যোগাৰ কৰি গোয়েন্দুৰ আমেৰিকালৈ জাহাজেৰে যাবলৈ চহৰলৈ গ'লগৈ । নায়েবৰ নাতিনীৰ ভালপোৱাৰ বাবেই গোয়েন্দুৰে আমেৰিকালৈ যোৱা স্থগিত ৰাখি গাঁৱলৈ উভতি গ'ল ।

যুদ্ধ শেষ হৈছে । নিজৰ ঘৰটো নতুনকৈ সজাবৰ বাবে বস্তু বাহানি কিনোতে বিয়ার্তুৰ সৰ্বস্বান্ত হ'ল । ধাৰ কৰি কোনোমতে ঘৰটো সম্পূর্ণ কৰিলে । কিন্তু সময়ত ধাৰ পৰিশোধ কৰিব নোৱাৰা বাবে ঘৰটো নিলামত বিক্রী গ'ল । শাহুৱেকৰ পুৰণি ঘৰটো৲ 'শ্রয় ল'লেহি আটায়ে । সেই সময়তে বিয়ার্তুৰৰ লগত আষ্টাৰ পুনৰ দেখা হ'ল । তাইৰ অৱস্থা এতিয়া ভাল । দুটা সন্তানৰ মাতৃ তাই । তৃতীয় সন্তানটোও হ'বৰ হৈছে । ইংগলফু এতি..া ধনী মানুহ, পাৰ্লামেণ্টৰ সদস্য তেওঁ । আষ্টাৰ ওচৰত স্বীকাৰ

কৰিছে তেঁৱেই তাইৰ পিতা । তাইক সহায় কৰিবলৈও বিচাৰে তেওঁ । কিন্তু স্বাধীনতা স্পৃহা বিয়ার্তুৰ দৰেই আম্ভাবো মজ্জাগত । সেয়েহে তাই ইংগলফুৰ প্ৰস্তাব দৃঢ়তাৰে প্ৰত্যাখান কৰে ।

শ্ৰমিক ধৰ্মঘট আৰম্ভ হয় । প্ৰথমে বিয়ার্তুৰৰ এই শ্ৰমিকসকলৰ প্ৰতি সহানুভূতি আছিল । গোয়েন্দুৰো তেওঁলোকৰ লগতে আছিল, কিন্তু স্বাধীন খেতিয়ক, পশুপালক পিতা-পুত্ৰ শেষপৰ্যন্ত তেওঁলোকৰ লগত থাকিব নোৱাৰিলে । সেয়েহে এই ঠাই এৰি উত্তৰৰ পিনে গুচি গ'ল, লগত মাথোন বুঢ়া ঘোঁৰা ক্ৰেচি । হয়তো আৰু বেছি কঠোৰ পৰিশ্ৰম কৰিব লাগিব তেওঁলোকে । উত্তৰৰ বৰফে ভৰা ঠাইখনত, হাড়কঁপোৱা শীতত হয়তো সৰু খেৰীঘৰ এটাহে তেওঁলোকৰ ভাগ্যত মিলিব । খাবলৈ পাব পঁচা মাছ । তাতেই তেওঁলোক সন্তুষ্ট হ'ব স্বাধীনতাৰ বাবে, তেওঁলোকে সেই কষ্ট স্বীকাৰ কৰি ল'ব । এই মুক্ত জীৱনৰ বিনিময়ত তেওঁলোকে গাঁওখন এৰি উত্তৰৰ শুভ্ৰতাৰ পিনে গৈ থাকিল । ——



# "এ ফেয়াৰ ওৱেল টু আৰ্ম্‌চ্"

যুদ্ধক্ষেত্ৰৰ এম্বুলেঞ্চ ইউনিটৰ লগত যুক্ত লেফটেনেন্ট ফ্ৰেডৰিক হেনৰী আমেৰিকাত থকা নিজৰ ঘৰৰ পৰা ছুটিৰ পিচত আহি ইটালীৰ ফ্ৰন্ট পালেহি । বন্ধু ৰিনালদীৰ পৰা জানিব পাৰিলে যে এদল ব্ৰিটিছ ডক্তৰ আৰু নাৰ্চ আহি এটা স্বতন্ত্ৰ হস্পিতাল প্ৰতিষ্ঠা কৰিছে । ৰিনালদীয়ে সেই হস্পিতালৰ লগত যুক্ত নাৰ্চ ক্যাথাৰিন বাৰ্কলেৰ লগত হেনৰীক পৰিচয় কৰাই দিলে ।

এম্বুলেঞ্চ গাড়ী লৈ যুদ্ধক্ষেত্ৰলৈ অহা-যোৱা কৰোতে মাজে মাজে মিচ বাৰ্কলেৰ লগত হেনৰীৰ দেখা হয় । স্পষ্টবাদী এই ইংৰাজ গাভৰুজনীক হেনৰীৰ ভাল লাগে । লাহে লাহে সম্পৰ্ক গঢ়ি উঠে । এবাৰ হেনৰী যুদ্ধক্ষেত্ৰলৈ যোৱাৰ প[illegible] ক্যাথাৰিণক লগ পাওঁতে তাই তাক চেইণ্ট এণ্টোনীৰ পদক এটি দিয়ে ।

ফ্ৰণ্টত তম্বুৰ তলত খাদ্য গ্ৰহণ কৰি থাকোতে অন্যান্যসকলৰ লগতে হেনৰী শত্ৰুপক্ষৰ গুলীত আহত হয় । হেনৰীৰ ভৰিত গুলী লাগিছে, লগে লগে তেওঁক অস্থায়ী হস্পিতাললৈ লৈ যোৱা হয় । কিন্তু আঘাত গুৰুতৰ হোৱা বাবে পিচত মিলানত থকা ডাঙৰ হস্পিতাললৈ হেনৰীক স্থানান্তৰিত কৰা হয় ।

মিলানৰ হস্পিতালত ডাক্তৰে তেওঁক তেতিয়াও পৰীক্ষা কৰিবলৈ অহা নাই কিন্তু নাৰ্চসকলে তেওঁক দেখা-শুনা কৰাৰ উপৰিও তেওঁৰ স্বাস্থ্যৰ বাবে ক্ষতিকাৰক হ'ব পাৰে বুলি মদ খাবলৈ একেবাৰে বন্ধ কৰি দিলে । হেনৰীয়ে এজন ৱাৰ্ডবয়ৰ সহায়ত মদৰ বটল যোগাৰ কৰি বিছনাৰ তলত লুকাই থলে । এদিন ক্যাথাৰিন মিলানৰ হস্পিতালত তেওঁক দেখা কৰিবলৈ আহিল । হেনৰীয়ে অনুভৱ কৰিলে যে ক্যাথাৰিনক তেওঁ ভাল পাই পেলাইছে । হস্পিতালৰ ডাক্তৰে হেনৰীক পৰীক্ষা কৰি জনাইছে যে তেওঁৰ ভৰিৰ অস্ত্ৰোপচাৰ কৰাৰ আগতে প্ৰায় ছমাহমান বিছনাতে থাকিব লাগিব । কিন্তু হেনৰীয়ে অপেক্ষাৰ দুঃসহ যন্ত্ৰণাৰ পৰা সোনকালে মুক্তি বিচাৰে । অৱশেষত অইন এজন ডাং[illegible] সহায়ত তেওঁ ভৰিৰ অস্ত্ৰোপচাৰ কৰোৱা হ'ল । কৰ্তৃপক্ষৰ লগত বুজাপৰা কৰি ক্যাথাৰিনো মিলানৰ হস্পিতাললৈ বদলি হৈ আহিল আৰু হেনৰীৰ ওচৰত থকাৰ

ব্যৱস্থা কৰি ললে । লাহে লাহে হেনৰী সুস্থ হৈ আহিব ধৰিলে, লগত সদায় ক্যাথাৰিন। কেতিয়াবা তেওঁলোক হস্পিতালৰ বাহিৰলৈ যায়, ৰেস্তোৰাত খোৱা-বোৱা কৰে । কেৱল ৰাতিটোহে তেওঁ একেবাৰে অকলশৰীয়া হৈ কটাবলগীয়া হয় ।

হেনৰীৰ ঘা প্ৰায় শুকাই আহিছে ; তেওঁ ঠিক কৰিলে কিছুদিনৰ বাবে ছুটি লৈ ক্যাথাৰিনৰ লগত ক'ৰবালৈ ফুৰিবলৈ যাব । ক্যাথাৰিনো ৰাজি হ'ল, ছুটিও পালে, কিন্তু এনেতে হেনৰী জণ্ডিচত আক্ৰান্ত হ'ল । হস্পিতালৰ প্ৰধান নাৰ্চগৰাকীয়ে ইয়াৰ বাবে হেনৰীকেই দায়ী কৰিলে, তেওঁৰ মতে হেনৰী যুদ্ধলৈ যোৱাৰ ভয়তে বেছিকৈ মদ্যপান কৰা বাবেই জণ্ডিচত পৰিল । যিয়ে নহওক জণ্ডিচ ভাল হোৱাৰ পিচত হেনৰী যুদ্ধলৈ ফিৰি যাবলৈ বাধ্য হ'ল । যুদ্ধক্ষেত্ৰলৈ ফিৰি যোৱাৰ আগেয়ে হেনৰী আৰু ক্যাথাৰিনে মিলানৰ এখন হোটেলত একেলগে কটালে, চাওঁতে চাওঁতে তেওঁলোকৰ যুগ্ম জীৱনৰ দিনবোৰ শেষ হৈ আহিল । অনিচ্চাসত্বেও হেনৰী যুদ্ধলৈ ফিৰি যাব লগীয়া হ'ল । যোৱাৰ আগতে ক্যাথাৰিনৰ পৰা জানিব পাৰিলে যে তাই সন্তানসম্ভৱা ।

ৰিনালদী তেওঁৰ বন্ধু হেনৰীক পূৰ্ণ কাৰ্য্যক্ষম হৈ ফিৰি অহা বাবে আনন্দিত হ'ল, কিন্তু আচৰিত হ'ল চালচলনত এক সম্পূৰ্ণ নতুন হেনৰীক দেখি, তেওঁ আগৰ সেই বেপেৰুৱা জীৱন যাত্ৰাৰ ঠাইত এজন বিবাহিত দায়িত্বশীল মানুহৰ দৰে ৰাৰ্ধ্য হৈহে যেন যুদ্ধক্ষেত্ৰলৈ আহিছে । আগৰ সেই যৌৱনোচ্ছল হেনৰী আৰু নাই । তেওঁক দেখিলে এনে হে লাগে যেন যুদ্ধৰ ক্লান্তি আৰু অৱসাদে তেওঁক গ্ৰাস কৰিছে । এতিয়া তেওঁৰ এৰি অহা ঘৰখনৰ প্ৰতি, স্বাভাৱিক জীৱনৰ প্ৰতিহে বেছি আকৰ্ষণ ; ক্যাথাৰিনেহে এতিয়া তেওঁৰ সকলো সময়ৰ ধ্যান । এক সাংসাৰিক জীৱনৰ প্ৰতিহে তেওঁৰ জীৱন আচ্ছন্ন ।

কৰ্তৃপক্ষই হেনৰীক আদেশ দিলে তেওঁ এম্বুলেঞ্চত হস্পিতালৰ প্ৰয়োজনীয় বস্তু-বাহানি লৈ পো ভেলীৰ মাজেৰে দক্ষিণৰ পিনে যাব লাগে । ইপিনে ইটালিয়ান সকলে খবৰ পালে যে অষ্ট্ৰিয়া বাহিনীত নতুনকৈ এদল দুৰ্ধৰ্ষ জাৰ্মান সৈন্যই যোগ দিছেহি । আৰম্ভ হ'ল সেই ঐতিহাসিক ভয়াবহ পশ্চাদপসৰণ । হেনৰী এখন এম্বুলেঞ্চত হস্পিতালৰ বস্তু-বাহানি বোজাই কৰি চলাই লৈ গৈ আছিল, বাটত অন্যান্য গাড়ীৰ ভীৰৰ বাবে তেওঁৰ গাড়ী আগবাঢ়ি যোৱাত পদে পদে বাধাগ্ৰস্ত হৈছিল । ৰাস্তাত দুজন পথভ্ৰষ্ট ইটালীয়ান সৈন্যক তেওঁৰ গাড়ীত উঠাই ললে । ৰাতি ধাৰাষাৰ বৰষুণৰ বাবে বহুসময় অপেক্ষা কৰিবলগীয়া হ'ল । ৰাতিপুৱা হেনৰীয়ে চিধা ৰাস্তাৰে যোৱাৰ আশা এৰি দিলে । ভাবিলে কাষৰ গাঁওৰ মাজেৰে গ'লেহে তেওঁ নিৰাপদে গন্তব্য স্থান উদিন পাবগৈ । কিন্তু কিছুদুৰ আগবঢ়াৰ পিচতে কোমল মাটিত এম্বুলেঞ্চ ফাচি গ'ল । ইটালীয়ান সৈন্য দুজনে এম্বুলেঞ্চ এৰি গুচি যোৱাৰ বাবে সাজু হ'ল, হেনৰীয়ে তেওঁলোকক গাড়ীখন টানি তোলাৰ বাবে অনুৰোধ কৰিলে । কিন্তু তেওঁলোকে ভয় পাইছে, সময়

নষ্ট কৰিলে শত্রু সৈন্যৰ হাতত ধৰা পৰি যাব । গতিকে হেনৰীহঁতক এৰি সিহঁতে দৌৰীব ধৰিলে, হেনৰীৰ বন্দুকৰ গুলীত এজন আহত হ'ল ; অন্যজনে কোনোমতে পলাই সাৰিল । হেনৰীৰ এম্বুলেঞ্চৰ ইটালীয়ান সহকাৰীজনৰ গুলিত আহত সৈনিকজনৰ মৃত্যু হ'ল । উপায়ান্তৰ হৈ হেনৰীয়ে তেওঁৰ তিনি সহযোগীৰ সৈতে উদিনৰ পথত খোজ দিলে । কিছুদূৰ যোৱাৰ পিচতে তেওঁলোকে চৌদিশৰ পৰা অহা গুলীৰ বাবে জংগলৰ মাজত লুকাই মাটিত চুচৰি চুচৰি আগবাঢ়িব ধৰিলে , সন্মুখত এখন দলং ; জাৰ্মান সৈন্যৰ গাড়ী আৰু এদল বাইচাইকেল সৈন্যই দলং পাৰ হ'ব ধৰিছে ।

আত্মগোপন কৰি খুব লাহে লাহে তেওঁলোকে আগবাঢ়ি আছে, অৱশেষত বহু প্ৰত্যাশিত উদিন তেওঁলোকৰ দৃষ্টিগোচৰ হ'ল, কিন্তু জাৰ্মান সৈন্যৰ আক্ৰমণত হেনৰীৰ লগৰী এজন নিহত হ'ল । হেনৰীহঁতে খেতিপথাৰ এখনত লুকাই পৰিল নিৰাপদ সময়ৰ বাবে । ৰাতিৰ আন্ধাৰত হেনৰী আৰু লগৰীয়া দুজনে যেতিয়া নদীৰ পিনে আগবাঢ়িল তেতিয়া দেখা গ'ল পশ্চাদপসৰণ কৰা সৈন্য দলৰ ভিৰত তেওঁলোক মিলি গৈছে । এই ইটালীয়ান সৈন্যবাহিনী এদল উন্মত্ত জনতা মাথোন, তেওঁলোকৰ বাবে নিজৰ নিজৰ প্ৰাণ বচোৱাটোহে এতিয়া ডাঙৰ কথা । সৈন্যবোৰে তেওঁলোকৰ অস্ত্ৰ-সস্ত্ৰ পেলাই দিছে,অফিচাৰসকলে তেওঁলোকৰ বুকু আৰু কান্ধৰ পৰা পদচিহ্ন আঁতৰাই পেলাইছে । এখন কাঠৰ দলঙৰ সিপাৰে মিলিটাৰী পুলিচ বাহিনীয়ে পলাতক সৈন্য আৰু অফিচাৰ সকলোকে ধৰি নি নামমাত্ৰ বিচাৰ কৰি নৈৰ পাৰতে প্ৰাণদণ্ড বিহিছে । হেনৰীও ধৰা পৰিল, কিন্তু ৰাতিৰ এন্ধাৰত নৈত জঁপিয়াই পৰি কোনোমতে সাৰি আহিল । ভেনিচৰ সমতল ভূমি খোজকাঢ়ি পাৰ হৈ এখন মালবাহী ৰেলত উঠি মিলান পালেহি । মিলানৰ সেই হস্পিতালত গৈ খবৰ পালে যে ক্যাথাৰিন ছুটি লৈ ষ্ট্ৰেচালৈ গৈছে ।

যুদ্ধৰ পৰা পলায়নৰ সময়তেই হেনৰীয়ে যুদ্ধক বিদায় জনাইছে । মিলানত থকা এজন আমেৰিকান বন্ধুক খুজি অসামৰিক পোছাক পিন্ধি হেনৰী ষ্ট্ৰেচালৈ যোৱা ট্ৰেইনত উঠি ক্যাথাৰিনক লগ ধৰিলেহি । হোটেলত বন্ধু এজনৰ পৰা জানিব পাৰিলে যে কৰ্তৃপক্ষই তেওঁক বিচাৰি আছে । আৰু ধৰা পৰিলে হেনৰীক কঠোৰ শাস্তি দিয়া হ'ব । হেনৰীয়ে এখন মোটৰ বোট যোগাৰ কৰি ক্যাথাৰিনক লৈ চুইজাৰলেণ্ডলৈ পলায়ন কৰিলে, মাজসাগৰত মোটৰ বেয়া হ'ল, ওৰে ৰাতি নাও বাই বাই হেনৰী অৱশ হৈ পৰিল, উপায় নেপাই ক্যাথাৰিনেও নাও বাব ধৰিলে । ৰাতিপুৱা, চুইজাৰলেণ্ডৰ মাটিত ভৰি দিয়াৰ লগে লগে সীমান্তৰক্ষী বাহিনীয়ে তেওঁলোকক গ্ৰেপ্তাৰ কৰিলে । হেনৰীয়ে নিজকে 'স্পোৰ্টমেন' বুলি পৰিচয় দিলে আৰু ক'লে যে প্ৰমোদ ভ্ৰমণৰ বাবেই তেওঁলোকে জলপথেৰে নাও বাই আহিছে, কিন্তু আচলতে শীতকালীন খেলা-ধূলাত অংশগ্ৰহণ কৰাই হৈছে চুইজাৰলেণ্ডলৈ অহাৰ মূল কাৰণ । বৈধ প্ৰৱেশপত্ৰ আৰু ধনৰ জোৰত

তেওঁলোকে মুক্তি পালে ।

গোটেই শীতকালতো তেওঁলোক দুজনে মন্ট্ৰিলৰ ওচৰৰ গাঁও এখনত কটালে । খেলা-ধূলা আৰু পঢ়া-শুনাৰ মাজেৰে দিনবোৰ পাৰ হৈ গ'ল, দুয়ো বিয়াৰ কথাও ভাবিলে । কিন্তু ক্যাথাৰিনে সন্তানসম্ভবা অৱস্থাত বিয়া পাতিবলৈ ইচ্ছা নকৰিলে । এতিয়া দুয়োৰো সম্মুখত অপেক্ষা এক উজ্জ্বল ভবিষ্যতৰ, যুদ্ধহীন স্বপ্নভৰা আনন্দময় এখন সংসাৰ ; শান্তিৰ জীৱন ।

ইপিনে সময় হৈ আহিল, হেনৰীয়ে ক্যাথাৰিনক লাচেনাৰ হস্পিতাল এখনত ভৰ্তি কৰাই দিলে । সন্তান প্ৰসৱৰ সময়ত ক্যাথাৰিনৰ যন্ত্ৰণা উপশমৰ বাবে ডাক্তৰে চেতনানাশক দৰৱ ব্যৱহাৰ কৰিলে । প্ৰায় এঘণ্টামান অসহ্য যন্ত্ৰণাৰ পিচত ক্যাথাৰিণৰ এটা মৃত সন্তানৰ জন্ম হ'ল । হেনৰী সকলো সময় হস্পিতালতেই আছিল । নাৰ্চে একপ্ৰকাৰ জোৰ কৰিয়ে তেওঁক কিছু খাই আহিবৰ বাবে বাহিৰলৈ পঠিয়ালে । বাহিৰৰ পৰা আহি হেনৰীয়ে জানিব পাৰিলে ক্যাথাৰিনৰ অৱস্থাও ভাল নহয় । মৃত্যুপথযাত্ৰী প্ৰেমিকাৰ ওচৰত নিৰুপায় হেনৰী বহি অপেক্ষা কৰিছে, তেতিয়াও মনত আশা ক্যাথাৰিন সুস্থ হৈ উঠিব । অৱশেষত ক্যাথাৰিনৰ মৃত্যু হ'ল । হেনৰীৰ বাবে পৃথিৱীৰ আৰু একোৱে বাকী নাই, নাই সুখ-দুখৰ সময়ত কাষত থিয় হ'বলৈ কোনো বন্ধু বা বান্ধৱী । এনে কোনো ঠাই নাই য'ত অকণ সান্ত্বনা পাব । অকলশৰীয়া হেনৰী, অসহনীয় যন্ত্ৰণাত তেওঁৰ সত্বা বিপৰ্যস্ত ।

এয়া এক হতভাগ্য নায়কৰ কাহিনী, দুৰ্বাৰ প্ৰাণশক্তি থকা সত্ত্বেও দুৰ্ভাগ্যৰ চক্ৰবেহুত সোমাই পৰিছে, মুক্তিৰ কোনো আশা নাই । অন্ধকাৰৰ মাজতেই হেনৰী হস্পিতালৰ পৰা ওলাই আহিল, বাহিৰত তেতিয়া ধাৰাসাৰ বৰষুণ পৰি আছে । প্ৰকৃতিয়ে যেন আজি কান্দিছে, লেফটেনেণ্ট ফ্ৰেডৰিক হেনৰীৰ জীৱনত সুস্থ পৰিসমাপ্তি নহ'লগৈ ।

হেমিংওৱে তেওঁৰ 'ফেয়াৰ ওৱেল টু আৰ্ম্চ্' উপন্যাসখনত ৰূঢ় বাস্তৱক কাব্যিক ভাষাৰ নিপুণ সমন্বয়েৰে যুদ্ধৰ বিৰুদ্ধে নিজস্ব বক্তব্য দৃঢ়তাৰে দাঙি ধৰিছে । লগতে বৰ্ণনা কৰিছে এটি কৰুণ হৃদয়স্পৰ্শী প্ৰেমৰ কাহিনী । হলিউদত নিৰ্মাণ কৰা অন্যান্য ছবিৰ দৰেই এখন সফল চলচ্চিত্ৰ, কিন্তু হেমিংওৱেৰ প্ৰেৰণাৰ তেজস্বী শক্তি চলচ্চিত্ৰখনিত জীৱন্তভাৱে প্ৰকাশ কৰিব পাৰিছে পৰিচালকে ।



# "বেনহুৰ"

প্ৰভু যীশুৰ জন্মৰ পৰা মৃত্যুৰ সময়ৰ ঐতিহাসিক গৱেষণাৰ বিষয়বস্তু, ৰোম আৰু ইহুদী সভ্যতা, প্ৰচলিত সামাজিক সাংস্কৃতিক বিশ্লেষণেৰে সমৃদ্ধ লিউইস ওয়ালেচৰ বৃহত উপন্যাসখন প্ৰথম প্ৰকাশ হয় ১৮৮০ চনত। তেতিয়াৰ পৰা পৃথিৱীৰ কোটি কোটি লোকক আকৃষ্ট কৰিছে, সকলো লোকৰে মানসচেতনাক উদ্বুদ্ধ কৰিছে। হলিউডত এই কাহিনীৰ আধাৰত তিনিবাৰকৈ চলচ্চিত্ৰ নিৰ্মাণ হৈছে। প্ৰতিবাৰে দৰ্শকৰ বিপুল সহাৰিও পাইছে। আমি সৰ্বশেষত উইলিয়ম ওৱেলাৰে নিৰ্মাণ কৰা ছবিখন চাইছোঁ, ছবিখনে এঘাৰটামান বিভাগত 'অস্কাৰ' পুৰস্কাৰেৰে পুৰস্কৃত হৈছিল।

ইজিপ্ত, ভাৰত আৰু এথেন্সৰ পৰা তিনিজন পৰ্য্যটক আহি এখন মৰুভূমিত লগ হ'ল, এই তিনিজন জ্ঞানী বৃদ্ধই ইজনে সিজনক নিজ নিজ অালৌকিক অভিজ্ঞতাৰ কথা বৰ্ণনা কৰিলে। তেওঁলোকক পথ দেখুৱাই অনা আকাশৰ উজ্জ্বল তৰাটো অনুসৰণ কৰি তেওঁলোকে একেলগে যাত্ৰা আৰম্ভ কৰিলে সেই নৱজাতকক বিচাৰি, যিজন হ'ব ইহুদীসকলৰ ৰজা। তিনি জ্ঞানী বৃদ্ধই তৰাটোৰ অনুসৰণ কৰি জেৰুজেলেম পালেহি, বেথেলহেমত আকাশৰ তৰাটোৰ পৰা উজ্জ্বল পোহৰ আহি এটি গোহালিত পৰিলহি আৰু তাতেই তেওঁলোকে দেখিবলৈ পালে নৱজাতক যীশুখৃষ্টক, লগতে লগ পালে মাক মেৰী আৰু কাঠমিস্ত্ৰী দেউতাকক। তেওঁলোকে কেঁচুৱাটোলৈ লগত অনা উপঢৌকনসমূহ দি আঁঠু লৈ শ্ৰদ্ধা জনালে। কিয়নো তেওঁলোকে জানে এই শিশুটিয়েই এদিন ইহুদীসকলৰ আধ্যাত্মিক ৰজা বা ধৰ্মগুৰু হ'ব।

জেৰুজেলেমৰ বিখ্যাত হুৰ পৰিয়ালে ৰোম সাম্ৰাজ্যৰ শাসকবৰ্গক সকলো সময়তে সহায়ৰ হাত আগবঢ়াই আহিছে আৰু প্ৰতিদান স্বৰূপে বহু ৰাষ্ট্ৰীয় পুৰস্কাৰেৰে পুৰস্কৃতও হৈছে। হুৰ পৰিয়ালৰ মুৰব্বীজনৰ কিছুদিন আগতে মৃত্যু হৈছে, বৰ্তমান তেওঁৰ পুত্ৰ বেনহুৰ সুদৰ্শন সুপুৰুষ যুবক, কন্যা তিৰ্জা ৰূপে গুণে অদ্বিতীয় আৰু এওঁলোকৰ মাক এজনী স্বদেশপ্ৰেমিকা।

বেনহুৰৰ বাল্যবন্ধু মাচালা ৰোমৰ পৰা বিদ্যাশিক্ষা সমাপ্ত কৰি এজন উচ্চপদস্থ

সামৰিক বিষয়া হৈ আহিছে । পুৰণি বন্ধুত্ব সূত্ৰে তেওঁলোকে প্ৰায়ে লগ হয়, কিন্তু দিন যোৱাৰ লগে লগে বেনহুৰে বুজি পালে যে অতীতৰ সেই নিৰ্মল চৰিত্ৰৰ বন্ধু মাচালা আজি আৰু নাই ; গৰ্বী, স্বাৰ্থপৰ আৰু হীনমন্যতাৰ গৰাকী যুৱক মাচালা আজি এক অন্য ব্যক্তি ।

এদিন জেৰুজেলেমৰ ৰাজপথত এক বিৰাট সামৰিক শোভাযাত্ৰা ওলাইছে, পৰিয়ালৰ অন্যান্যসকলৰ লগতে বেনহুৰ আৰু তিৰ্জাই সিহঁতৰ ঘৰৰ ওপৰত 'টেৰেচৰ' পৰা এই শোভাযাত্ৰা চাই আছিল । হঠাৎ তিৰ্জাৰ হাতত লাগি টালি এটা ওপৰৰ পৰা পৰি গ'ল শোভাযাত্ৰাত ভাগ লোৱা ৰোম সাম্ৰাজ্যৰ স্থানীয় প্ৰতিনিধিৰ ওচৰত, ভয় পাই ঘোঁৰাটো জঁপিয়াই উঠিল, ফলত প্ৰতিনিধিজন মাটিত বাগৰি পৰিল । এয়া এটা অপ্ৰত্যাশিত দুৰ্ঘটনা আছিল, কিন্তু উচ্চপদস্থ বিষয়াসকলে ধৰি ললে যে এয়া ৰোমৰ স্থানীয় প্ৰতিনিধিজনৰ প্ৰাণ নাশৰ চেষ্টাহে । এদল ৰোম সৈন্য লগত লৈ মাচালা বেনহুৰৰ ঘৰলৈ আহিল, বন্ধু,ভগ্নীসম তিৰ্জা নাইবা তেওঁলোকৰ মাকৰ কোনো কথাতে কাণ নিদি মাচালাই বেনহুৰক গ্ৰেপ্তাৰ কৰিলে । ৰোম সাম্ৰাজ্যই হুৰ পৰিবাৰৰ সকলো সম্পত্তি বাজেয়াপ্ত কৰিলে, পৰিয়ালৰ বাকী দুই সদস্য তিৰ্জা আৰু মাককো কাৰাগাৰলৈ পঠিয়ালে ।

বেনহুৰক পঠিয়াই দিয়া হ'ল অন্যান্য ক্ৰীতদাসসকলৰ লগত যুদ্ধ জাহাজত বঠা বোৱা কামত নিযুক্ত কৰিবলৈ । শ্ৰান্ত-ক্লান্ত ক্ৰীতদাসসকলৰ লগত বেনহুৰকো শিকলি লগাই লৈ যোৱা হৈছে, অনাহাৰত দুৰ্বল সকলোৰে, পিয়াহত অষ্ঠকণ্ঠ শুকাই গৈছে, ঘোঁৰাক পানী খুৱাবৰ বাবে আৰু সামৰিক বিষয়াসকলেও কিছু জিৰণি লোৱাৰ বাবে এঠাইত ৰ'লহি । ক্ৰীতদাসসকলে ঘোঁৰাৰ বাবে ৰখা পানীৰ পাত্ৰৰ পৰাই পানী খাব ধৰিলে, কিন্তু বেনহুৰক বিষয়া এজনে পানী খবলৈ নিদিলে । এনেতে পানীৰ পাত্ৰ এটা লৈ আবিৰ্ভাৱ হ'ল এক দিব্যকান্তি যুৱক, বেনহুৰক মাটিৰ পৰা উঠাই লৈ আলফুলে ধৰি পানী খুৱালে ; ৰোমান অফিচাৰ জনে যুৱকৰ শান্ত-সাম্য দিব্যকান্তি মূৰ্তি দেখি কোনো শাস্তিয়ে দিব নোৱাৰিলে এই যুৱকক, বৰং ভয় খাই আঁতৰিহে গ'ল ।

যুদ্ধজাহাজৰ একেবাৰে তলৰ তলাত বঠামৰা দাসবোৰক শাৰী শাৰীকৈ ৰখা হয়, বেনহুৰ তেনে এখন জাহাজতে অন্যান্যসকলৰ লগত বঠা টানি আছিল । নৌবিভাগৰ নতুন উচ্চপদস্থ অফিচাৰ হিচাপে কুইনটাস এৰিয়াচে কাৰ্য্যভাৰ গ্ৰহণ কৰিছে, তেওঁৰ চকুপৰে বেনহুৰৰ ওপৰত, বেনহুৰক শাস্তি দিয়াৰ বাবেই তেওঁ খৰকৈ বঠা মাৰিবলৈ নিৰ্দেশ দিলে, খৰকৈ আৰু খৰকৈ ; সকলো দাস ভাগৰি পৰিল, কিছুমান মূৰ্চ্ছা গ'ল , বেনহুৰ কিন্তু অচল অটল । এৰিয়াচৰ সহ্য নহ'ল, চাবুকেৰে পিঠিত কোবাই বেনহুৰক বশ কৰাৰ চেষ্টা কৰিও ব্যৰ্থ হ'ল , একপ্ৰকাৰ হাৰ মানিয়ে তেওঁ আঁতৰি গ'ল ।

ইয়াৰ পিচত সমুদ্ৰযুদ্ধ আৰম্ভ হ'ল । বঠাটনা সকলো ক্ৰীতদাসৰে ভৰিত শিকলিৰে

বন্ধা হ'ল যাতে জাহাজ ডুবিলেও বা শত্ৰু সৈন্য আহিলে ক্ৰীতদাসবোৰ জাহাজ এৰি পলাব নোৱাৰে, কিন্তু আচৰিত কথা যে দৈবক্ৰমে বেনহুৰৰ ভৰিৰ বেৰিত শিকলি লগোৱা নহ'ল । তুমুল ৰণ চলিছে, শত্ৰু জাহাজৰ আক্ৰমণত বেনহুৰহঁতৰ জাহাজখন বিদ্ধস্ত হ'ল, জাহাজ ডুবাৰ আগতেই এৰিয়াচে যুদ্ধ কৰি কৰি পানীত পৰি গ'ল , বেনহুৰে লগে লগে পানীত জাঁপ দিলে । কিছুসময়ৰ পিচত দেখা গৈছে দুয়ৈত শ শ জাহাজৰ মাজত তুমুল যুদ্ধ, জাহাজৰ ভগ্ন কাঠ একাংশৰ ওপৰত বেনহুৰে এৰিয়াচক তুলি আনিছে । দুয়ো তেনেকৈ সাগৰৰ সোঁতত অনিৰ্দিষ্ট দিশলৈ গৈ থাকিল । পৰাজয়ৰ গ্লানিত এৰিয়াচে আত্মহত্যা কৰিব বিচাৰিলে, কিন্তু বেনহুৰৰ সবল প্ৰতিবাদত তেওঁ ব্যৰ্থ হ'ল । পিচত যুদ্ধজয়ী ৰোমান জাহাজ এখনে তেওঁলোকক তুলি ললে আৰু এৰিয়াচে জানিব পাৰিলে যে আচলতে তেওঁ পৰাজিত হোৱা নাই, ৰোমানসকল বিজয়ী হৈছে । সমুদ্ৰ যুদ্ধত বিপন্ন এৰিয়াচৰ জীৱন ৰক্ষা কৰা বাবে কৃতজ্ঞ হৈ তেওঁ বেনহুৰক পুত্ৰ হিচাপে গ্ৰহণ কৰিলে । ৰাজধানীত তেওঁৰ বিলাসবহুল প্ৰাসাদত এৰিয়াচে ৰোমৰ সমগ্ৰ উচ্চ সমাজ বিদ্যমানে আনুষ্ঠানিকভাৱে ঘোষণা কৰিলে যে যিহেতু তেওঁৰ কোনো বংশধৰ নাই বেনহুৰেই হ'ব তেওঁৰ সকলো সম্পত্তিৰ উত্তৰাধিকাৰী । ক্ৰীতদাসত্বৰ পৰা বেনহুৰ মুক্ত হ'ল, ৰোমৰ উচ্চ পদস্থ নাগৰিক হিচাপে স্বীকৃত হ'ল আৰু কুইনটাচ এৰিয়াচৰ মৃত্যুৰ পিচত বেনহুৰ বিপুল সম্পত্তিৰ গৰাকী হ'ল ।

কিছুদিন পিচত এণ্টিওখলৈ গৈ বেনহুৰে দেউতাকৰ দিনৰ পুৰণি কৰ্মচাৰী চাইমনক লগ পালে ; বৃদ্ধ চাইমন এতিয়া এজন ধনী ব্যৱসায়ী । আচলতে চাইমনৰ সকলো সম্পত্তি হুৰ পৰিয়ালৰে সম্পত্তি, ৰাজৰোষৰ পৰা বচাবৰ বাবেই চাইমনে হুৰ পৰিয়ালৰ কিছু অংশ বচাই ৰাখিছিল নিজৰ নামত ; গতিকে চাইমনে বেনহুৰক পাই তেওঁৰ পৈত্ৰিক সম্পত্তিখিনি ঘূৰাই দিলে আৰু বেনহুৰৰ সেৱাতে বাকী জীৱন কটোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে । আনহাতে চাইমনৰ জীয়ৰী ইস্থাৰৰ লগত বেনহুৰৰ প্ৰেমৰ সম্বন্ধ গঢ়ি উঠিল। ইয়াৰ পিচত জেৰুজেলেমলৈ গৈ এজন সম্ভ্ৰান্ত ৰোমান পৰিয়ালৰ উত্তৰাধিকাৰী হিচাপে বেনহুৰে মাচালাক আদেশ দিলে তেওঁৰ মাতৃ আৰু ভনীয়েকক বিচাৰি উলিয়াবলৈ । কিয়নো জেৰুজেলেমত বেনহুৰে জানিব পাৰিলে যে তেওঁক গ্ৰেপ্তাৰ কৰাৰে পিচত মাচালাই মাক আৰু ভনীয়েককো নামমাত্ৰ বিচাৰ কৰি জেলত ভৰাই থলে, হুৰ পৰিয়ালৰ সকলো সম্পত্তি ৰোম সাম্ৰাজ্যৰ প্ৰতিনিধিজনৰ লগত ভগাই ললে । এটা ভূগৰ্ভস্থ কাৰাগাৰত বেনহুৰৰ মাক আৰু ভনীয়েক তিৰ্জাক ৰখা হৈছিল, এই কাৰাগাৰত থকা সময়তে তেওঁলোক কুষ্ঠৰোগত আক্ৰান্ত হ'ল ।

এণ্টিওখৰ উপকণ্ঠত অৱস্থিত প্ৰসিদ্ধ পানীৰ কুঁৱা এটা চাবলৈ যাওঁতে বেনহুৰে বৃদ্ধ বালথাজাৰক লগ পালে, এই বালথাজাৰ হ'ল আমি আৰম্ভণীতে লগ পোৱা নৱজাতকৰ সন্ধান'ত বেথেলহেমলৈ অহা তিনিজন জ্ঞানীলোকৰ এজন । তেওঁ ধৰ্মৰ

নামত এণ্টিওখৰ 'ৰথদৌৰ' প্ৰতিযোগিতাত ভাগ লবলৈ বেনহুৰক সহায় কৰিবলৈ প্ৰতিশ্ৰুতি দিলে । বেনহুৰৰ উদ্দেশ্য হ'ল 'ৰথদৌৰ' প্ৰতিযোগীতাত মাচালাক হৰুৱাই জনমানসত তেওঁক হেয় প্ৰতিপন্ন কৰা । কঠোৰ অনুশীলন চলিল, বালথাজাৰৰ শুদ্ধ বগা চাৰিটা ঘোঁৰা যেন পৱিত্ৰতাৰ প্ৰতীক ।

'ৰথদৌৰ' প্ৰতিযোগিতাৰ দিনা, অন্ধকাৰ জগতৰ প্ৰতীক মাচালাৰ ক'লা ঘোঁৰাই টনা ৰথৰ বিপৰীতে বেনহুৰৰ বগাঘোঁৰাই টনা ৰথ । ঘৃণা আৰু অৱজ্ঞাৰেই মাচালাই সকলো প্ৰতিযোগিকে অন্যায় উপায়েৰে বস কৰাৰ চেষ্টা কৰিলে, কিন্তু নিজৰ অপকৰ্মৰ বাবেই এবাৰ বেনহুৰক অন্যায় কৰিবলৈ গৈ নিজেই ৰথৰ চকৰিৰ তলত পৰিল মাচালা; বেনহুৰ জয়ী হ'ল । এয়া যেন অন্যায়ৰ বিৰুদ্ধে সত্যৰ জয় । মৃত্যুৰ লগত যুঁজি থকা আহত মাচালাৰ খবৰ লবলৈ গ'ল বেনহুৰ, আহত বাঘৰ দৰে দুৰ্বল গৰ্জন কৰি মাচালাই মৃত্যু বৰণ কৰিলে ।

বালথাজাৰৰ পৰাই বেনহুৰে জানিব পাৰিলে যে যি নৱজাতকক তেওঁলোকে কিছুবছৰ আগতে বেথেলহামত লগ পাইছিল, শ্ৰদ্ধা জনাইছিল, তেওঁ প্ৰচলিত অৰ্থত ইহুদীসকলৰ ৰাজনৈতিক নেতা নহয়, তেওঁ হ'ল আধ্যাত্মিক নেতা, জগতৰ গুৰু । চাইমনৰ বিশ্বাস তেৱেঁই আছিল ৰজা, ৰোম সাম্ৰাজ্যৰ কবলৰ পৰা ইহুদীসকলৰ মুক্তিদাতা। মাক আৰু মৰমৰ ভনীয়েকক বিচাৰি বিচাৰি বেনহুৰ আকৌ এবাৰ লগ পালে সেই মুক্তিদাতা প্ৰভু যীশুক, পাহাৰৰ দাঁতিত, তেওঁৰ শিষ্যসকলক জ্ঞান দি থকা অৱস্থাত ।

জেৰুজেলেমত ৰোমৰ নৱনিযুক্ত প্ৰতিনিধি পিলেটে সকলো ৰজাবন্দীকে মুক্তি দিছিল । বেনহুৰৰ মাক আৰু ভনীয়েক তিৰ্জায়ো মুক্তি পালে, কিন্তু তেওঁলোকৰ দুৰ্ভাগ্যৰ বাবেই তেওঁলোকে জনসাধাৰণৰ মাজলৈ উভতি যাব নোৱাৰে, তেওঁলোক যে কুষ্ঠৰোগী । উপায়হীন নাজাৰিণ আৰু তিৰ্জা চহৰৰ উপকণ্ঠত কুষ্ঠৰোগীসকল থকা পাহাৰৰ গুহাত আশ্ৰয় ললে । হুৰ পৰিয়ালৰ পুৰণি ভৃত্য এজনে তিৰ্জাহতঁক দেখা পালে, সি তেওঁলোকক মাজে মাজে আহি খাদ্য যোগান ধৰি যায় । কিন্তু তেওঁ বেনহুৰক মাক আৰু ভনীয়েকৰ কথা ক'ব নোৱাৰে, কিয়নো তেওঁ তাৰ এসময়ৰ মালিকনীক প্ৰতিশ্ৰুতি দিছে যে তেওঁলোকৰ বিষয়ে সি বেনহুৰক একো কথাকে জানিবলৈ নিদিয়ে । অৱশ্যে সময়ত ইস্থাৰে কথাটো জানিবলৈ পায় আৰু মাজে মাজে তেওঁও আহি তিৰ্জাহঁতক দেখা কৰি যায় ।

এদিন বেনহুৰে মাকহঁতক বিচাৰি ফুৰোতে হঠাৎ ইস্থাৰ আৰু সেই ভৃত্যজনক কিবা কিবি বস্তুৰ টোপোলা লৈ কুষ্ঠৰোগীসকলৰ গুহাৰ পিনে গৈ থকা দেখিবলৈ পায় । ওপৰৰ পৰা বস্তুবোৰ তললৈ নমাই দিয়া হৈছে, নাজাৰিণ আৰু তিৰ্জাই বস্তুবোৰ সামৰিব ধৰোতেই বেনহুৰে তেওঁলোকক লগ ধৰে । মাক আৰু ভনিয়েকৰ হেজাৰ বাধা

নামানি বেনহুৰে তেওঁলোকক একপ্ৰকাৰ জোৰ কৰিয়ে লৈ আহে ।

দুজন চোৰৰ লগত কাঁইটৰ মুকুট পিন্ধাই যীশুক লৈ যোৱা হৈছে, কান্ধত তেওঁ নিজেই কঢ়িয়াব লগা হৈছে ক্ৰচ, যি ক্ৰচত গজাল মাৰি তেওঁক মৃত্যু দণ্ড দিয়া হ'ব । অগণন লোকে চাই আছে এই সমদল । বেনহুৰে মাক আৰু ভনীয়েককো এই দৃশ্য চোৱাৰ বাবে লৈ আহিছে, তেওঁলোকৰ গাত কুষ্ঠৰোগ দেখি জনতাই শিলগুটি দলিয়াই তেওঁলোকক আগবঢ়াত বাধা দিছে ।

হঠাৎ এঠাইত যীশুৰ কান্ধৰ পৰা ক্ৰচ পিছলি গ'ল, ৰোম সৈন্যই তেওঁক চাবুকেৰে প্ৰহাৰ কৰি পুনৰ ক্ৰচ উঠাই লবলৈ বাধ্য কৰিছে, বেনহুৰে গৈ যীশুক সহায় কৰিলে ক্ৰচডাল উঠাই লবলৈ ।

যীশু আৰু লগৰ চোৰ দুজনক ক্ৰচত ওলমাই দিয়া হ'ল । চৌদিশে অন্ধকাৰ নামি আহিল, নামি আহিল ধুমুহা-বৰষুণ, যেন প্ৰলয়হে আহিছে । যীশুৰ দয়াত বেনহুৰৰ মাক আৰু ভনীয়েক কুষ্ঠৰোগৰ পৰা মুক্ত হ'ল ।

বেনহুৰ উপন্যাসৰ কাহিনী ৰোম সাম্ৰাজ্যৰ বিৰুদ্ধে বেনহুৰ নাইবা ইহুদীসকলৰ সংগ্ৰামৰ কাহিনী, সমান্তৰালভাৱে বৰ্ণনা কৰা হৈছে ইহুদীসকলৰ ত্ৰাণকৰ্তা যীশুখৃষ্টৰ আখ্যানভাগ । যীশুখৃষ্টৰ সমসাময়িক কাহিনীভাগ উপন্যাসত বৰ্ণোৱা ধৰণে চলচ্চিত্ৰখনত কোৱা হোৱা নাই । চলচ্চিত্ৰৰ প্ৰয়োজনতে কিছু সালসলনি হৈছে যদিও উপন্যাসৰ মূল বক্তব্য চলচ্চিত্ৰৰ ভাষাৰে আৰু বেছি মননশীলভাৱেই প্ৰকাশ কৰিছে পৰিচালক উইলিয়াম ওৱেলাৰে । প্ৰাচীন ৰোম আৰু ইহুদী সভ্যতা, প্ৰচলিত সামাজিক, সাংস্কৃতিক দিশত লিখকৰ সুনিৰ্দিষ্ট দৃষ্টিভঙ্গিৰ বাবেই উপন্যাসখনে সকলো সময়ৰ পঢ়ুৱৈকে উদ্বুদ্ধ কৰিব পাৰিছিল । বেনহুৰ চলচ্চিত্ৰখনো উপন্যাসখনৰ দৰেই এক নিৰ্ভুল উৎকৃষ্ট সৃষ্টি আৰু সেয়েহে আজি তিনিটা দশকতো ওৱেলাৰৰ চলচ্চিত্ৰখন চিৰনতুন হৈ আছে ।



# "নাইট"

'নিউওৱেভ' বা নতুন লহৰ চলচ্চিত্ৰ নিৰ্মাতাসকলৰ ভিতৰত এণ্টোনিওনিৰ নামটো ভিক্টৰীও ডি-চিকা, ফ্ৰেডৰিকো ফেলিনী আদিৰ লগতে উচ্চাৰিত হয়। 'বাইচাইকেল থিফ', 'ৱেজেচ অব ফিয়াৰ', 'বিটাৰ ৰাইচ' আদি ছবিৰে নতুন লহৰৰ ছবিৰ আৰম্ভণী হৈছিল যদিও এণ্টোনিওনিৰ 'নাইট' নাইবা ফেলিনীৰ 'লা ডলচে ভিটা', 'এইট এণ্ড হাফ' আদি ছবিয়ে এই লহৰত এক নতুন মাত্ৰা আনি দিলে।

'নাইট' বা 'ৰাতি' ছবিৰ নায়ক ইটালিৰ জনপ্ৰিয় অভিনেতা মাৰ্চেলো মাস্ত্ৰোইয়ানি। এহাল স্বামী-স্ত্ৰীৰ বৈচিত্ৰহীন জীৱনৰ এৰাতিৰ কাহিনী যদিও ছবিখনে যেন আৰু বেছি কিবা কব খোজে। মাৰ্চেলো এজন প্ৰতিভাবান লিখক। অইন বুদ্ধিজীৱি লিখকসকলৰ দৰেই তেওঁৰ সমস্যা। অৱশ্যে তেওঁৰ পঢ়ুৱৈ সকলৰ মাজৰে এজন হ'ল বিখ্যাত ইণ্ডাষ্ট্ৰিয়েলিষ্ট; এই ধনী প্ৰতিপত্তিশালী ব্যক্তিজনে মাৰ্চেলোক বহু টকাৰ বিনিময়ত চাকৰী দিয়ে, চাকৰীটো ললে তেওঁৰ আৰ্থিক সমস্যাৰ সমাধান হ'ব যদিও লিখক হিচাপে তেওঁৰ স্বাধীনতা লোপ পাব। তেওঁৰ লিখক বন্ধু এজনৰ দুৰ্দশাৰ কথাও মাৰ্চেলোৰ মনলৈ আহে, প্ৰতিভাবান তেওঁৰ বন্ধুই তেওঁৰ লিখনিত কোনো 'কম্প্ৰমাইজ' কৰা নাই, ফলত আৰ্থিক ভাবে তেওঁ দৈন্য, হস্পিতালত অসুস্থ হৈ পৰি আছে। মাৰ্চেলোৰ দৰেই বন্ধুজনো লিখক হিচাপে সফল হ'লেও অভাব অনাটনৰ মাজেৰে আজি মৃত্যুৰ ক্ষণ গণি আছে। মাৰ্চেলো লিখক হিচাপে সফল হলেও সাংবাদিকতাৰ দিশত তেওঁ অসফল। লাস বিলাসত সংসাৰ চলোৱলৈ অৰ্থৰ যোগান ধৰিব নোৱাৰা বাবে তেওঁৰ স্ত্ৰীৰ লগত তেওঁৰ সম্বন্ধও স্বাভাৱিক নহয়।

সিদিনা ৰাতি, শিল্পপতি বন্ধুৰ ঘৰত বিৰাট এক ভোজৰ আয়োজন, মাৰ্চেলোকো সপৰিবাৰে নিমন্ত্ৰণ কৰিছে সেই ওৰে নিশাৰ প্ৰীতি ভোজলৈ। মাৰ্চেলোই ঠিক কৰিলে সেই ভোজলৈ তেওঁ নাযায়। বৰং তেওঁ পৰিবাৰক লৈ যৌৱনৰ পুৰণি দিনবোৰৰ দৰে ঘূৰিব। ডেকা-গাভৰু হিচাপে তেওঁলোক ঘূৰি ফুৰা ঠাইবোৰলৈ তেওঁলোক গ'ল, কিন্তু দুয়োৰে মাজত কোনো কথা নাই। অথচ অতীতত কিমান কথাই যে দুয়ো নহৈছিল, কথাৰ যেন শেষ নাছিল। দুয়ো 'বাৰ' এখনত গৈ নিৰবে মদ্যপান কৰিব ধৰিলে। তাতো ভাল নলগাত অৱশেষত দুয়ো সেই ধনী বন্ধুজনৰ পাৰ্টিলৈকেই গ'ল। বিশাল ঘৰ,

ফুলনী, চৌদিশে পোহৰৰ মেলা আৰু অগনন লোক ।প্ৰত্যেকেই পান আহাৰত ব্যস্ত, বিভিন্ন দলবান্ধি বিভিন্নজনে সংগতিবিহীন কথা পাতিছে ।মাৰ্চেলো আৰু তেওঁৰ পৰিবাৰে বেলেগে বেলেগে ঘূৰিব ধৰিলে, বিভিন্নজনৰ লগত কথাৰ আদান-প্ৰদান কৰিলে ।

শিল্পপতিজনৰ একমাত্ৰ সন্তান মোনিকা ভিট্ৰি (অভিনেত্ৰী গৰাকীৰ আছল নাম, চৰিত্ৰবোৰৰ নাম পাহিৰিছো ।) চঞ্চল, গাভৰু সুলভ ধনীৰ দুলালীৰ পাগলামীও আছে, অসংলগ্ন তাইৰ ব্যৱহাৰ । মাৰ্চেলোক চাই তাই ভাল পালে, মাৰ্চেলোই মোনিকাৰ মুখলৈ চাই বুজিবলৈ চেষ্টা কৰিলে তাইৰ চাৱনিত তেওঁৰ প্ৰতি এয়া অৱজ্ঞা, অনুৰাগ নে উদাসীনতা । মোনিকাই তেওঁৰ লগত খেলিচে, হাঁহি হাঁহি কথা পাতি গোপনে তাইৰ নিজৰ শোৱা কোঠালৈ লৈ গৈছে, টেপৰেকৰ্ডাৰত শুনাইছে তাই নিজে লিখা কবিতাৰ আবৃত্তি । কিন্তু মাৰ্চেলোই কবিতাটোৰ প্ৰশংসা কৰিলেই সেইটো 'ইৰেজ' কৰি মচি পেলাইছে, তাৰ পিছত অইন এটা কবিতাৰ আবৃত্তি বজাই দিছে । এনেদৰে কিছু সময় কবিতা চৰ্চা কৰাৰ পিচত হঠাৎ তাই মাৰ্চেলোৰ পৰা আঁতৰি গৈছে ।মাৰ্চেলোই মোনিকাক বিচাৰি ঘূৰি ফুৰিছে । মাৰ্চেলোৰ সুন্দৰী পৰিবাৰেও অকলে অকলে ঘূৰি ফুৰিছে । এনেকৈ ঘূৰি ফুৰোতে এবাৰ মোনিকা আৰু মাৰ্চেলোক তেওঁ লগ পালে, কথাটো কিন্তু তেওঁ সহজ ভাবেই ল'লে আৰু হাঁহি হাঁহি তেওঁলোকৰ লগত কথা বতৰাত যোগ দিলে ।

ৰাতি শেষ হৈ আহিছে, পাৰ্টিৰ নিমন্ত্ৰিত সকলো ভাগৰি পৰিছে, অৱশ্যে বেছি ভাগেই মাতাল হৈ, হয় ঘৰমুখী হৈছে নহয় অ'ত ত'ত জিৰণী লৈছে । মাৰ্চেলো আৰু তেওঁৰ পৰিবাৰে এটা সময়ত গৃহস্থ বা অইন কাৰোপৰা বিদায় নোলোৱাকৈ বাহিৰ হৈ আহিল । বৃহৎ খেলপথাৰৰ মাজেৰে দুয়ো নিৰৱে খোজ কাঢ়ি আছে । পথাৰৰ মাজ ভাগত আহি দুয়ো বহিল ।মাৰ্চেলোৰ পৰিবাৰে কলে ' মাৰ্চেলো তুমি বহুদিনৰ আগতে লিখা কবিতা এটি মনত পৰিছে ।শুনিবা ? বহুসময় ধৰি, আমনি লগাকৈ কবিতা আবৃত্তি চলিল ।কবিতা শেষ হ'লত মাৰ্চেলোই ক'লে 'লেট্‌চ্‌ মেক লাভ ।' তাৰ পিছত দুয়ো মাজ পথাৰত শুই দিলে নিবিড় ভাবে । কেমেৰা লাহে লাহে দূৰলৈ ওপৰলৈ উঠি আহিল, দূৰৈত উষাৰ আগমনে পৃথিৱী পোহৰ কৰি আনিছে, চৌদিশে পোহৰ যোগোৱা আবহ সংগীত, দূৰৈত সংগমৰত এহাল নাৰী পুৰুষ ।



# "এইট এণ্ড হাফ"

চাৰে আঠ, 'আঠ আৰু আধা' 'এইট এণ্ড হাফ' এখন ছবিৰ নাম । নামটোৰ দৰেই অগতানুগতিক এই ছবিৰ কাহিনী । ক'বলৈ গ'লে এই ছবিত কোনো কাহিনীয়ে নাই, মানে কাহিনী নোহোৱা সমস্যাটোকে লৈ নিৰ্মিত হৈছে এই ছবি । ছবিৰ পৰিচালক ফ্রেডৰিকো ফেলিনিৰ নাম ওলালেই যিখন ছবিৰ নাম মনলৈ আহে, সেয়া হ'ল বহু আন্তৰ্জাতিক মহোৎসৱত পুৰস্কৃত, গোটেই বিশ্বতে প্ৰদৰ্শিত 'লা ডালচে ভিটা', বা মধুৰ জীৱন । কিন্তু বহুঁ সমালোচকৰ মতে 'আঠ আৰু আধা' ছবিখন ফেলিনিৰ জীৱনৰ শ্ৰেষ্ঠ ছবি, এনে ছবি তেওঁ ইয়াৰ আগেয়ে নিৰ্মান কৰা নাই আৰু ভৱিষ্যতেও বোধহয় নিৰ্মিত নহয় । কথাটো কিন্তু বহুলাংশে সঁচা, সঁচা এই বাবেই যে 'আঠ আৰু আধা' ছবিৰ আগতে ফেলিনিয়ে যি আঠখন ছবি নিৰ্মাণ কৰিছে 'লা ডালচে ভিটা'ত বাহিৰে বাকী কেইখন ছবি ভাল ছবি হ'লেও এই দুখন ছবিৰ দৰে উল্লেখনীয় নহয় । ফেলিনিৰ পিছৰ ছবি বোৰৰ ক্ষেত্ৰতো একেটা কথাই প্ৰযোজ্য । ফেলিনিৰ মতে আগৰ আঠখন ছবি, ইয়াৰ পিছতো তেওঁ আৰু ছবি কৰিব, মাজতে এয়া 'আধামন ' ছবি । মাৰ্চেলো মাস্ত্ৰোইয়ানী অভিনীত এজন চিনেমা পৰিচালকৰ কাহিনী । আঠ আৰু আধা যেন ফেলিনিৰ নিজৰহে কাহিনী । প্ৰযোজক, অভিনেতা-অভিনেত্ৰী আৰু অন্যান্য শিল্পী কলাকুশলী সকলো সাজু চুটিঙৰ বাবে, সাজু নহয় মাথোন পৰিচালক, তেওঁৰ সমস্যা— কাহিনী লৈ । কোন কাহিনী পৰিচালকে ক'ব, কিয় ক'ব ? কোনটো কাহিনী কলে পৰিচালকৰ শিল্পীজীৱন সাৰ্থক হ'ব ? তেওঁৰ নিজৰ এৰি এহা জীৱনটোৰ কথাই ক'ব নেকি ? সেই ঘটনাবোৰ তেওঁৰ অতিকৈ ব্যক্তিগত নহয় জানো ? নে সেই কাহিনীৰ মাজতো আছে বিশ্বজনীনতা। ব্যক্তিগত হ'লেও সেই কাহিনী জানো সামাজিক হ'ব নোৱাৰে ? আৰ্ট বা শিল্পকলা হব নোৱাৰে ।

জহি-খহি যোৱা প্ৰাচীন ৰোমান স্থাপত্যৰ কাষতে এখন ফুটবল খেলা পথাৰ, গোলপষ্টৰ মাজৰে দেখা যায় বিন্দুৰ পৰা লাহে লাহে আগবাঢ়ি অহা দুখন হেলিকপ্তাৰ । এখনত ওলমি আছে যীশুখৃষ্টৰ মূৰ্তি । এয়া আছিল 'লা ডলাচে ভিটা'ৰ

আৰম্ভণীৰ দৃশ্য ।'আঠ আৰু আধা' ছবিখন আৰম্ভ হৈছে এখন আধুনিক চহৰৰ ট্ৰেফিক জেমৰ দৃশ্যৰে । চাৰিওপিনে কেৱল গাড়ী আৰু গাড়ী, উশাহ-নিশাহ বন্ধ হৈ যাব যেন গাড়ীৰ ভীৰৰ মাজত ।আয়না বন্ধ গাড়ীৰ ভিতৰত পৰিচালক ৰূপী মাস্ত্ৰোইয়ানী অস্থিৰ হৈ পৰিছে, তেওঁ ওলাই আহিব বিচাৰে গাড়ীৰ ভিতৰৰ পৰা, পলাব খোজে অসংখ্য গাড়ী আৰু লোকৰ ভীৰৰ মাজৰ পৰা ।

পৰিচালক ওলাই আহে গাড়ীৰ দুৱাৰ খুলি, তাৰ পিছত গুৰু-গম্ভীৰ খোজ দি গাড়ীবোৰৰ ওপৰেদি জপিয়াই জপিয়াই আগবাঢ়ি যায় আৰু এটা সময়ত শূণ্যত ওপঙি থাকিল ত্ৰিশঙ্কুৰ দৰে । বেছ, কিছু দীঘল ৰচিৰে ভৰিত বান্ধি পৰিচালকৰ বন্ধু-বান্ধৱে লগ লাগি তেওঁক নমাই আনিলে, যেন কাগজৰ চিলা এখনহে ।এই সুদীৰ্ঘ দৃশ্যটোত এটাও সংলাপ নাই, অথচ আমি বুজি পাওঁ পৰিচালকে কিবা ক'ব বিচাৰিছে ।

পঞ্চাশতলা ঘৰৰ সুউচ্চ দৃশ্য নিৰ্মাণ হৈ আছে ।প্ৰতি দিনে লাখ লাখ টকা খৰচ হৈছে, উদ্বিগ্ন প্ৰযোজক, অন্যান্য শিল্পী, কলা-কুশলীও অসহায় কোনো কাম নোপোৱা বাবে ।চিন্তাক্লিষ্ট পৰিচালক সূৰ্য্যস্তৰ পিছত ঘূৰি ফুৰিছে কবৰখানাত, কিবা যেন বিচাৰিছে তেওঁ । দীঘলীয়া কবৰখানাৰ বেৰ, সংখ্যাহীন কবৰ । এটা কবৰৰ মাজৰ পৰা উঠি আহিল পৰিচালকৰ দেউতাক । ক্ষীণ, দুৰ্বল, দীঘল ক'লা কোট পিন্ধা । দুয়ো বহুদূৰ একেলগে খোজ কাঢ়ি বিভিন্ন বিষয়ৰ আলোচনা কৰে - "বাছা, তোৰ মুখ এনে শুকান দেখাইছে কিয় ? কিনো ইমান চিন্তা কৰ, মাৰৰ কথা ভাবিছ নেকি ? নাভাবিবি, তাৰ যোগ্য নহয় তেওঁ । ......... তোৰ সৃষ্টি, শিল্পকৰ্ম, সেইবোৰ........... বাৰু । কচোন জীৱনতকৈয়ো আৰ্ট, শিল্পকলা বেছি মূল্যৱান নেকি তোৰ বাবে । মোৰ মৃতুৰ আগতে এবাৰো যে দেখা কৰিবলৈ নাহিলি । মোক সকলোৱে প্ৰবোধ দি কৈছিল তই হেনো ব্যস্ত ।" দেউতাকৰ কথা শেষ হ'লত বিদায় জনায় পৰিচালকে, দেউতাকে কিন্তু বিদায়ৰ আগমূহুৰ্ততো আপত্তি কৰে - "জান বাছা, কবৰৰ ভিতৰত বৰ কষ্ট ।ইমান ঠেক ঠাইখন মই বাগৰ সলাবই নোৱাৰো । মোৰ বৰ কষ্ট হয় ।" পৰিচালকৰূপী মাৰ্চেলোই দেউতাকক হাতত ধৰি লাহে লাহে কবৰলৈ নমাই দিলে ।

ছবিখনৰ প্ৰতিটো দৃশ্যতে সপোন, দিঠক, পৰিচালকৰূপী নায়কৰ অন্তৰ্দ্বন্দ্ব ষ্টুডিঅ'ৰ অভিনেতা, অভিনেত্ৰী কলা-কুশলীৰ চিঞৰ বাখৰ, প্ৰযোজকৰ সমস্যা আদি এশ এবুৰি দৃশ্য আছে ।

পৰিচালকৰ ল'ৰালি কালত কণভেণ্টত পঢ়া দিনৰ কথা । ক্লাছৰ পৰা পলাই ল'ৰা-ছোৱালীবোৰ গৈছে সাগৰৰ পাৰৰ গুহা এটাৰ কাষলৈ । গুহাত থাকে এগৰাকী মহিলা, মানুহে তাইক ডাইনী বুলি কয় । দৈত্যৰ আকৃতিৰ, বিশাল দেহৰ মহিলাৰ কাপোৰ-কানিবোৰ মলিয়ন আৰু ফটা-ছিৰা, পইচা দিলে তাই নাচ দেখায় । ডাঙৰ ডাঙৰ তপিনা নচুৱাই প্ৰায় নগ্ন অৱস্থাত এক উত্তেজক নাচ কণ কণ ল'ৰা -ছোৱালীৰ

বাবে দেখুৱায় আৰু হয়তো সেয়াই কৌতুহলৰ সৃষ্টি কৰে ।

এইদৰে সদায় স্কুলৰ পৰা ওলাই যোৱা, ক্লাছ ক্ষতি কৰা কথাটো কৰ্তৃপক্ষৰ দৃষ্টিগোচৰ হয় । বালকৰূপী পৰিচালকে অকলেই দোষ স্বীকাৰ কৰে আৰু ভৱিষ্যতে এই ভুল নকৰাৰ প্ৰতিশ্ৰুতি দি কোনোমতে স্কুলৰ পৰা বহিস্কৃত হোৱাৰ পৰা সাৰি যায় । ইয়াৰ পিছতো কিন্তু সি বুঢ়ীৰ ওচৰলৈ যায় । বুঢ়ীয়ে কয় "মই জানিছিলো তই আহিবি বুলি ।" এটা দৃশ্যত দেখা যায় ষ্টুডিঅ'ৰ ভিতৰত অপেক্ষা কৰাৰ পিছতো অভিনয় কৰিবলৈ সুবিধা নাপায় প্ৰায় পগলাৰ দৰে হৈ পৰে কিছুমান ডেকা-গাভৰুৱে । পৰিচালকক আক্ৰমণ কৰে, পৰিচালকে কাইট থকা চাবুকেৰে সিহঁতক কোবাই কোবাই ষ্টুডিঅ'ৰ পৰা বাহিৰ কৰি দিয়ে । শিল্পী কলা-কুশলী, প্ৰযোজক, পৰিবেশক, প্ৰেছৰ লোক সকলোৱে মহৰৎ উৎসৱৰ আনন্দত, অত্মহাৰা । পৰিচালকে চেগ বুজি টেবুলৰ তলেৰে আঠুকাঢ়ি পলাই যায় এই জন অৰণ্যৰ পৰা ।